# — বিষয় সূচী —

ওঁ

# কামধেনু

১ম বছৰ ] গুৱাহাটী. ভাদ আহিন ১৮৮০ শকাব্দ, ১৫ অক্টোবৰ ১৯৫৮ [১১-১২শ সংখ্যা

## বিজয়া দশমী

ভগবান শ্ৰীৰামচন্দ্ৰই মহাপৰাক্ৰমী আৰু বলবান ৰাক্ষস ৰাৱণক জয় কৰিবৰ উদ্দেশ্যে বিজয়া দশমী উৎসৱ পালন কৰিছিল। সকলো ভৌতিক আৰু সংহাৰক শক্তি ৰাৱণৰ আছিল। গতিকে তেওঁক পৰাজয় কৰে কোনে ? মানুহে যাক জঙ্গলী বুলি কয়, যাৰ লগত অস্ত্ৰ-শস্ত্ৰ নাই সেই বান্দৰবে লগলাগি প্ৰভু ৰামচন্দ্ৰই ৰাৱণক জয় কৰিছিল। ৰামচন্দ্ৰৰ সংগঠিত শক্তিৰ আগত ৰাৱণৰ ভৌতিক শক্তি তিষ্ঠি থাকিব নোৱাৰিলে। বিনাশ ৰাৱণৰহে হৈছিল—ভাৰতীয় সমাজ, সভ্যতা ধৰ্ম্মৰ নহয়। আশা, শ্ৰদ্ধা আৰু উৎসাহেৰে পূৰ্ণ এনে সংগঠিত বল যদি আমি গঢ়ি তুলিব পাৰোঁ; তেনেহলে সকলো বিপদকে হাঁহি হাঁহি জয় কৰিব পাৰিম। এয়েই হৈছে বিজয়া দশমীৰ সাৰকথা।

—শ্ৰীগুৰুজী

# শক্তি-স্বৰূপা দুৰ্গা দেবীৰ ৰহস্য।

ডাঃ ৰামানন্দ তিয়াৰী।

মহাপ্ৰতাপী দৈত্যৰাজ মহিষাসুৰে দেবতা সকলক জয় কৰি ইন্দ্ৰলোক অধিকাৰ কৰিলে। যুদ্ধত পৰাস্ত হৈ দেবতা সকলে ব্ৰহ্মাক লগত লৈ বিষ্ণুৰ ওচৰলৈ গ'ল। ভগবান বিষ্ণু মহা- দেবৰ লগতে আছিল। গতিকে দেবতা সকলে একেলগে তিনিওজনকে লগ পালে। তেওঁলোকে মহিষাসুৰৰ অত্যাচাৰ, তেওঁলোকৰ পৰাজয়ৰ কথা বৰ্ণালে আৰু অসুৰক বধ কৰাৰ বাবে প্ৰাৰ্থনা কৰিলে। দেবতা সবৰ করুণ প্ৰাৰ্থনাত কাতৰ হৈ বিষ্ণু আৰু শঙ্কৰ অত্যন্ত ক্ষুব্ধ হ'ল। তেওঁলোকৰ সেই খঙাল মূৰ্ত্তিৰ পৰা তেজ ওলাল। আন আন দেবতা সকলৰ মূৰ্ত্তিৰ পৰাও তেনেকৈ তেজ ওলাল। সেইটেই তেজ একগোট হৈ উজ্জ্বল পৰ্ব্বতৰ নিচিনা জ্যোতি প্ৰকাশ কৰিবলৈ ধৰিলে। হঠাতে তেজপুঞ্জ এটি নাৰীমূৰ্ত্তিত পৰিবৰ্ত্তিত হ'ল। এই দিব্য তেজোময় নাৰীৰ অদ্ভুত জ্যোতিৰ দ্বাৰা তিনিওলোক আলোকিত হবলৈ ধৰিলে।


৺শ্ৰীশ্ৰীআদিশক্তি ভগৱতী

**স্বৰূপৰ তাৎপৰ্য্য** - "দুৰ্গাসপ্তশতী"ৰ দ্বিতীয় অধ্যায়ত মহাদেবী দুৰ্গাৰ উৎপত্তিৰ কথা এনেদৰে উল্লেখ আছে। যি স্পষ্টতা আৰু বিস্তাৰেৰে ভগৱতীৰ ৰূপ আৰু সাজ-সজ্জাৰ বৰ্ণনা দ্বিতীয় অধ্যায়ত কৰা হৈছে তাৰ দ্বাৰা শক্তি স্বৰূপিণী দুৰ্গাৰ স্বৰূপ আৰু তাৎপৰ্য্যৰ মহত্ব পূৰ্ণৰূপে বিদিত হৈছে। দেবাসুৰৰ সংগ্ৰাম আমাৰ পৌৰাণিক ইতিহাসৰ এটি বিখ্যাত ঘটনা। দেবতাসকলৰ স্বৰূপ সত্বময়। অসুৰ 'ৰজঃ' আৰু 'তম'ৰ ক্ষেত্ৰত সম্পূৰ্ণ প্ৰাকৃতিক জীৱনৰ অনুৰাগী। আচলতে দেবতা আৰু দানব মনুষ্য জাতিৰ সাত্বিক আৰু প্ৰাকৃতিক বৃত্তিৰ প্ৰতীক স্বৰূপ। ইয়াৰ প্ৰাধান্যই মনুষ্য জাতিক দুই ভাগত বিভক্ত কৰি সদায় যুদ্ধ আৰু সংঘৰ্ষৰ কাৰণ হৈ আছে। এনে ধৰণে এই দেবতা আৰু অসুৰৰ সংগ্ৰাম মানবীয় সংস্কৃতিৰ এটা মৌলিক সমস্যাৰ ৰূপক। আসুৰিক শক্তি সমূহ একগোট হৈ বহুলোৰাৰ সাত্বিক আৰু শান্তিপ্ৰিয় (গতিকে দেবতুল্য) মানুহক আতঙ্কিত আৰু পীড়িত কৰি আছে। মহিষাসুৰ এই আসুৰিক শক্তি সমূহৰ প্ৰতিনিধি আৰু ইয়াৰ বিজয়েই দানবী শক্তিৰ সফলতাৰ প্ৰতীক।

আসুৰিক শক্তি প্ৰকৃতিৰ উদ্দাম বেগৰ প্ৰাবল্যৰ কাৰণে অত্যন্ত প্ৰবল। ভোগৰ ভব্য সম্ভাৱনাই ইয়াক সংগঠিত কৰি উগ্ৰ আৰু অজেয় কৰি তোলে। সাত্বিকতাত জ্ঞান আৰু পবিত্ৰতাৰ গৌৰৱ বিদ্যমান। কিন্তু দেবতাসবৰ নিৰন্তৰ পৰাজয়ৰ পৰা এইটো সুস্পষ্ট যে অকল জ্ঞানেই আসুৰিক শক্তিৰ লগত যুজিব নোৱাৰে। গতিকে দেৱতাসকলে পৰাজয় স্বীকাৰ কৰি ব্ৰহ্মা, বিষ্ণু আৰু মহাদেবৰ সহায় ভিক্ষা কৰে। এই সম্বন্ধে

এটি অদ্ভুত কথা এয়েই যে—অনেক মহাসুৰে ব্ৰহ্মাৰ পৰা বিজয়ৰ বৰ লাভ কৰে। ব্ৰহ্মা সৃষ্টিৰ গৰাকী। গতিকে তেওঁ প্ৰাকৃতিক সৃষ্টি-ক্ৰিয়াৰ প্ৰতীক। প্ৰকৃতিৰ সৃষ্টি-ক্ৰমত অসুৰৰ প্ৰাবল্যই বেছি। ব্ৰহ্মাৰ বৰ দানে এই সৃষ্টি-গতিৰেই সূচনা কৰে। মহিষাসুৰৰ হাতত পৰাজিত হৈ দেৱতা সকলে ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰৰ ওচৰলৈ যোৱা কাৰ্য্যই দেখুৱাই দিয়ে যে সংসাৰৰ পালিকা শক্তি আৰু মঙ্গলময়ী ৰক্ষাকাৰী শক্তিয়েই হে পৰাজিত সাধুলোকৰ কল্যাণ কৰিব পাৰে। এই প্ৰসঙ্গত বিষ্ণু আৰু শিৱৰ মিলনে বিশ্বৰ পালন আৰু মঙ্গল অভিন্ন বুলিয়ে সূচায়।

সৃষ্টিকৰ্ত্তা ব্ৰহ্মাই ৰাক্ষসক বৰ দান দি তাৰ অন্যথা কৰা যে টান তাকে দেৱতা সকলক দেখুৱাই দিছে। ইয়াৰ উদ্দেশ্য হৈছে সৃষ্টি-ক্ৰমত আসুৰিক শক্তি সহজে পৰাভৱ কৰিব পৰা কোনো যন্ত্ৰ নাই বুলি দেখুৱা। প্ৰকৃতিৰ গতি আৰু আসুৰিক উৎকৰ্ষৰ জোৱাৰ অনবৰত হৈ থাকে। বিষ্ণু আৰু শিৱ মানুহৰ ৰক্ষা আৰু সেইলোকৰ মঙ্গলৰ চিন্ময় প্ৰচেষ্টাৰে প্ৰতীক। লোক সকলৰ পালন, কল্যাণ আৰু ৰক্ষাই হৈছে অন্তিম লক্ষ্য। শিৱ মহাদেৱ হোৱাৰো ৰহস্য এয়ে। শিৱ পৰমাৰ্থ। এই পৰম মঙ্গলতেই সকলো সাত্বিক সাধনাৰ অন্তিম অন্বয় বৰ্ত্তমান। কিন্তু সাত্বিকতা জ্ঞানতেই আসুৰিক শক্তি পৰাজয় কৰিব পৰা ক্ষমতা নাই। আত্মাৰ বৃত্তি বাবেহে জ্ঞান আন্তৰিক আৰু সীমিত ভাবে ব্যক্তিগত। আধ্যাত্মিক জ্ঞান ব্যক্তিগত হোৱা বাবেহে ই কোনোদিন সামাজিক সংগঠনৰ কাৰণ হব পৰা নাই। সাত্বিকতাই প্ৰকৃতি নিয়ন্ত্ৰিত কৰি ব্যক্তিৰ জীৱনত নিৰ্ম্মলতা আৰু শান্তিৰ কাৰণ হয়। কিন্তু আজি শক্তিৰ অবিহনে সাত্বিকতা আৰু জ্ঞান দুৰ্দ্দান্তৰ সম্মিলিত শক্তিৰ লগত যুজিব নোৱাৰে। অসুৰ ঘাতিনী ভগৱতী দুৰ্গাৰ আবিৰ্ভাবে ইয়াৰেই সঙ্কেত দিয়ে যে—শক্তিৰ জাগৰণ আৰু সমন্বয়ৰ দ্বাৰা জ্ঞান আৰু সাত্বিকতাৰে আসুৰিক শক্তি পৰাজয় কৰি বিশ্বত শান্তি আৰু সদাচাৰৰ সাম্ৰাজ্য স্থাপিত কৰিব পাৰি।

জ্ঞান আধ্যাত্মিক শক্তি। ভাৰতীয় শাস্ত্ৰত আধ্যাত্মিক শক্তিৰ অপাৰ মহিমাৰ কথা বৰ্ণনা কৰা হৈছে। কিন্তু আসুৰিক শক্তিৰ প্ৰত্যক্ষ সফলতাৰ পৰা এইটোৱে প্ৰমাণিত হয় যে—আধ্যাত্মিক শক্তি সংস্কৃতিৰ শ্ৰেষ্ঠতম গৌৰৱ হোৱা সত্বেও প্ৰকৃতিৰ প্ৰাবল্য আৰু সম্মিলিত শক্তিক পৰাজয় কৰিবলৈ সমৰ্থ নহয়। "দুৰ্গা সপ্তশতী"ৰ দ্বিতীয় অধ্যায়ত দুৰ্গাদেৱীৰ যি বৰ্ণনা কৰা হৈছে তাৰ পৰা এইটোৱে প্ৰতীয়মান হয় যে আসুৰিক শক্তি দমন কৰিবলৈ আধ্যাত্মিক শক্তিয়ে প্ৰাকৃতিক শক্তিৰ সহায় লব লাগে। মহিষাসুৰৰ দ্বাৰা পৰাজিত দেৱতা সকলে ব্ৰহ্মাৰ সৈতে বিষ্ণু আৰু মহাদেৱৰ ওচৰলৈ যোৱাটোৱে ইয়াকে সূচায় যে—সৃষ্টি-ক্ৰম আৰু প্ৰকৃতিৰ গতিক নিজৰ অনুকূলে তৈয়াৰ কৰিহে আধ্যাত্মিক শক্তিয়ে প্ৰাকৃতিক শক্তি উন্মিলিত কৰিব পাৰে। সাত্বিক বাবেহে আধ্যাত্মিক জ্ঞানত স্বাভাৱিক শান্তি আৰু সহিষ্ণুতা বিৰাজমান। অসুৰ বিলাক উগ্ৰ, অত্যাচাৰী আৰু বিজয়ী হোৱাত এই শান্তি আৰু সহিষ্ণুতায়ো বহুত পৰিমাণে সহায় কৰে। এই দুয়োটা ভাৰতীয় সংস্কৃতিৰ বৰ গৌৰৱৰ বস্তু। ভাৰতৰ অশ্ৰুময় ইতিহাস ইয়াৰ জীৱন্ত প্ৰমাণ।

কিন্তু ভগৱতীৰ আবিৰ্ভাব আৰু তেওঁৰ পৰাক্ৰম ইয়াৰ প্ৰত্যক্ষ প্ৰতিবাদ স্বৰূপ।

মহিষাসুৰৰ অত্যাচাৰ আৰু দেৱতা সকলৰ দুখৰ মৰ্ম্মস্পৰ্শী কাহিনী শুনি প্ৰভু শঙ্কৰ আৰু বিষ্ণু শান্ত হৈ থাকিব নোৱাৰিলে। ক্ৰোধত তেওঁলোক কঁপিবলৈ ধৰিলে আৰু শৰীৰৰ পৰা তেজ ওলাব ধৰিলে। ইয়াৰ উদ্দেশ্য আছিল— নিশ্চেষ্ট শান্তি আৰু সহিষ্ণুতাৰে মানুহক ৰক্ষা কৰিব নোৱাৰি আৰু তাত তেওঁলোকৰ কল্যাণৰ আশাও ক্ষীণ। অনৰ্থ নিশ্চেষ্ট সহিষ্ণুতা মঙ্গলৰ পথ নহয়। অনৰ্থত উত্তেজিত হলে কোনো পাপ নহয়। অনৰ্থৰ অসহিষ্ণুতাই হৈছে শক্তিৰ অভ্যুদয়ৰ প্ৰথম খোপ। দুৰ্গাদেৱীৰ আবিৰ্ভাবৰো ৰহস্য এয়ে। অনৰ্থৰ প্ৰতি অসহিষ্ণুতা আৰু খঙৰ পৰাই তেজোদয় হয়। কিন্তু আধ্যাত্মৰ পোহৰ ব্যক্তিগত হোৱা বাবেহে এই কোপ নিষ্ফল আৰু এই তেজ অক্ষম। সেই কাৰণে মহাশক্তিমতী দুৰ্গাৰ আবিভাৰ তেজৰ সমষ্টি বুলি ধৰা হয়। কথা প্ৰসঙ্গত সকলো দেৱতাৰ শৰীৰৰ পৰা নিসৃত মহাতেজপুঞ্জৰ পৰা দেৱীৰ উৎপত্তি হয়। ভগৱতী দুৰ্গা হৈছে— দেৱতা সকলৰ তেজৰ সমষ্টি।

**অভ্যুদয়ৰ ৰহস্য ঃ**— সজ্জনৰ সম্মিলিত শক্তিয়ে অসুৰ বিলাক বিনাশ কৰিব পাৰে···এয়েই দেৱী দুৰ্গাৰ আবিৰ্ভাৱৰ সাৰকথা। শক্তি আৰু সংগঠনৰ অভাৱত দেৱতা সদায় অসুৰৰ হাতত পৰাজয় বৰণ কৰিব লগাত পৰে। দেৱতা সকলৰ সম্মিলিত তেজৰাশিয়েই ইয়াৰ সংকেত কৰে। দুৰ্গাৰ এই স্বৰূপ আৰু তেওঁৰ সাজ-সজ্জাৰ বিষয়ে দ্বিতীয় অধ্যায়ত বৰ্ণিত হৈছে। প্ৰতি অঙ্গৰ বিন্যাস আৰু প্ৰত্যেক অস্ত্ৰ--অলঙ্কাৰৰ অদ্ভুত ৰহস্য আছে। ইয়াত কেইটামানৰ পৰিচয়েই যথেষ্ট হব। শিবৰ তেজৰ পৰা মুখৰ উৎপত্তি। মুখেই শৰীৰৰ মুখ্য অঙ্গ। শিব মঙ্গলৰ দেৱতা। মঙ্গলমুখী দেৱীৰ আবিৰ্ভাব প্ৰধানতঃ বিশ্বৰ কল্যাণৰ বাবেই। বিষ্ণুৰ তেজৰ পৰা বাহুৰ উৎপত্তি। বেদত বিষ্ণু বিক্ৰমৰ বাবে প্ৰখ্যাত। অসুৰৰ বিনাশৰ দ্বাৰা বিশ্বৰ কল্যাণৰ বাবে বিক্ৰমৰ অতি প্ৰয়োজন। ব্ৰহ্মাৰ তেজৰ পৰা দেৱীৰ চৰণৰ উৎপত্তি হৈছিল। ব্ৰহ্মা সৃষ্টিৰ দেৱতা আৰু সৃষ্টি-ক্ৰমৰ প্ৰতীক। তেওঁৰ তেজৰ পৰা হোৱা দেৱীৰ চৰণৰ ৰহস্য হৈছে—প্ৰকৃতি আৰু সৃষ্টিৰ গতিৰ অনুকূলেই লোকৰ মঙ্গল হব পাৰে। ইয়াক উপেক্ষা কৰি মঙ্গলময়ী গতি অসম্ভৱ।

মহাদেৱী দুৰ্গাৰ অস্ত্ৰ-সজ্জা আৰু বাহনৰ পৰা ইয়াকে বুজা যায় যে— প্ৰাকৃতিক শক্তিৰ সহায়তহে অসুৰ সংহাৰ আৰু বিশ্বৰ কল্যাণ কৰিব পাৰি। সকলো দেৱতাই তেওঁলোকৰ অস্ত্ৰৰ পৰা দ্বিতীয় অস্ত্ৰ তৈয়াৰ কৰি দেৱীক দিয়ে। ইয়াৰ উদ্দেশ্য অসুৰৰ দমনৰ নিমিত্তে তেজ আৰু শক্তিৰ সংগঠনৰ লগে লগে বলৰ সহায়ো দৰকাৰ। অস্ত্ৰ বিক্ৰম আৰু বিনাশ সাধনৰ আহিলা। হিমাচলে দেৱীক বাহন স্বৰূপে সিংহ দিলে। সিংহ পশুবলৰ উচ্চতম উৎকৰ্ষৰ প্ৰতীক। দেৱীৰ সিংহ বাহনৰ উদ্দেশ্য— উচ্চতম প্ৰাকৃতিক বল বাহন আৰু সাধন হিচাবে লৈ—দেৱীৰ সম্মিলিত শক্তি বিজয়িনী হব পাৰে।

মহিষাসুৰৰ মহিষ ৰূপ প্ৰাকৃতিক আৰু পাশবিক শক্তি তামসিক বল আৰু উৎপাতৰ প্ৰতীক।

( ২৫ পিঠিত চাওক )

# ভাৰতবৰ্ষ আৰু সামাজিক আদৰ্শ

—শ্ৰীশৰৎ চন্দ্ৰ শৰ্ম্মা বি, এ

( যোৱা সংখ্যাৰ পিছৰ পৰা )

## নাৰী সমাজ

পিচ পৰি থকা সমাজৰ ভিতৰত আমাৰ নাৰী সমাজো অন্যতম। বৈদিক যুগত নাৰীসকলে পুৰুষৰ লগত সমানে অধিকাৰ পাইছিল। কিন্তু পৰবৰ্ত্তী যুগত সমাজে এটি কালোপযোগী উন্নত স্তৰ পালে। তেতিয়া যাগ-যজ্ঞ সম্পাদন আৰু বিবিধ সমাজ সংক্ৰান্ত কৰ্ম্মৰ কোনো বিধি বন্ধ-আইন নথকাত সমাজ বিশৃঙ্খল হবলৈ উপক্ৰম হোৱাত সকলো নিয়ম বিধি-বদ্ধ হবলৈ ধৰিলে। লগে লগে নাৰীসকলৰো স্থান নিৰূপিত হল। সেই যুগৰ বাবে সেই নিয়মবোৰ উপযোগী আছিল। নাৰীৰ যদিও স্বাতন্ত্ৰ্য নাই বুলি কোৱা হৈছে, তাৰ পৰিবৰ্ত্তে নাৰীৰ প্ৰতি পুৰুষৰ গভীৰ দায়ীত্ব আৰোপ কৰা হৈছে। এইটো স্বতঃসিদ্ধ কথা যে, যাৰ স্বাধীনতা আছে, তাৰ দায়ীত্ব-ভাৰ আইনৰ ওপৰত নাই। তেতিয়াৰ লোকে এইটো বুজি পাইছিল। তদুপৰি, নাৰীৰ প্ৰতি যথেষ্ট সন্মান বজাই ৰখা হৈছে। নাৰীক বস্ত্ৰালঙ্কাৰ আদিৰে শোভিতা কৰি সন্তুষ্টা ৰাখিব লাগে। নাৰী কুপিতা হলে গৃহৰ কল্যাণ নাই। চাৰি আশ্ৰমৰ ভিতৰত গৃহাশ্ৰম প্ৰধান আৰু এই গৃহৰ মুখ্য বস্তু নাৰী। মহাভাৰতত কোৱা হৈছে—"গৃহিণী গৃহমুচ্যতে"। যথাৰ্থতে গৃহৰ কল্যাণ-অকল্যাণ আৰু উন্নতি-অৱনতি নিৰ্ভৰ কৰিছিল নাৰীৰ ওপৰত। মানৱ জীৱনৰ শেষ পৰিণতি মুক্তি লাভত। জীৱনৰ শেষ উদ্দেশ্য এই মুক্তিলাভ। এই মুক্তিলাভৰ পৰা নাৰীক বঞ্চিতা কৰা নাই। ইয়াত পুৰুষৰ লগত স্ত্ৰীৰ সমানাধিকাৰ। ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষ এই চতুৰ্বৰ্গ সাধনত পুৰুষৰ পক্ষে স্ত্ৰী অপৰিহাৰ্য্য অঙ্গ। আজিৰ যি ব্যক্তি স্বাধীনতা তেতিয়াৰ লোকে ইয়াত গুৰুত্ব নিদিছিল। সকলো যুগত নাৰী সকল মাতৃ আৰু সকলো যুগতে মাতৃ হব লাগিব। মাতৃত্ব গুণ অৰ্জ্জন কৰা তেওঁলোকৰ জীৱনৰ পহিলা কৰ্ত্তব্য। সন্তানক জন্ম দান কৰি তাক লালন পালন কৰি ডাঙৰ দীঘল কৰা ভাৰো তেওঁলোকৰ ওপৰত অধিক আছিল। এই গুৰুভাৰৰ উপৰিও তেওঁলোকৰ ওপৰত ধনোপাৰ্জ্জন কৰা ভাৰ দিয়াটো অতিৰিক্ত বোজা বুলি পুৰুষ সকলে বিবেচনা কৰিছিল আৰু ই এটা সমিচীন বিবেচনা আছিল। সেই দেখি তেওঁলোক এই অতিৰিক্ত বোজাৰ পৰা নেহাই পাইছিল। কাজে কাজেই ধনোপাৰ্জ্জনৰ বাবে যি শিক্ষা লাগিছিল, তেওঁলোকৰ পক্ষে সি অনাবশ্যকীয় হৈ পৰিছিল। তদুপৰি, চৰকাৰী চাকৰী আজিৰ দৰে জনসাধাৰণে নিবিচাৰিছিল, সেই দেখি তাৰ বাবে স্বকীয়া শিক্ষাও দৰকাৰী নাছিল। বাহ্যিক জগতৰ ঘটনাৱলী কম আছিল। যান-বাহনৰ প্ৰচলন আৰু যাতায়াতৰ সুবিধা আজিৰ দৰে নাছিল। ৰেল, জাহাজ, টেলিগ্ৰাফ, টেলিফোন ৰেডিঅ আদি আৱিষ্কৃত হোৱা নাছিল। আন্তৰ্জ্জাতিক সমস্যাৰ উৎপত্তি হোৱা নাছিল। ফলত, বাহিক জগতৰ লগত সম্পৰ্ক প্ৰায় ৰহিত আছিল। আৰু বৈজ্ঞানিক শিক্ষাৰ সোঁত তেতিয়াৰ সমাজত পৰা নাছিল। এইবিলাক কাৰণত শিক্ষাৰ প্ৰসাৰতা কম আছিল। নাৰীৰ নালাগে, আনকি পুৰুষৰ মাজতো শিক্ষণীয় বিষয় কম আছিল। সকলোৱে শাস্ত্ৰীয় শিক্ষা লাভ কৰিছিল। নাৰীসকলেও এই শিক্ষাহে

পঠাইছিল আৰু গৃহৰ গৃহিণী হৈ থাকিবলৈ বাধ্য হৈছিল। ক্ৰমে ক্ৰমে অতীত পাৰ হল আৰু বৰ্ত্তমান যুগ পালেহি। আমাৰ দেশলৈ বৃটিছ আহিল আৰু বৈজ্ঞানিক-শিক্ষা আৰম্ভ হ'ল। আমাৰ দেশলৈ পাশ্চাত্য-সভ্যতাৰ আমদানি হ'ল। ভাৰতবাসী মুগ্ধ হ'ল। তেতিয়াৰ পৰা প্ৰায় আজিলৈ এই কাল-ছোৱা আমাৰ নাৰীসকলৰ পক্ষে অন্ধকাৰ যুগ। পুৰুষ সকল আধুনিক শিক্ষাৰ পথত আগ বাঢ়িল, কিন্তু নাৰীসকল আগৰ অৱস্থাতে পৰি থাকিল; বৰঞ্চ, পুৰণিকলীয়া শিক্ষাৰ আদৰ্শটিও লাহে লাহে নাইকীয়া হ'ল। পৰ ঠাইত আকৌ কোনো নতুন শিক্ষাৰ আদৰ্শই ঠাই পোৱা নাই। ইয়াৰ ফলত বিশেষকৈ আমাৰ গাৱঁলীয়া নাৰীসমাজে কু-সংস্কাৰৰ গধুৰ বোজা বহন কৰি আছে। বৰ্ত্তমান সমাজৰ কৰ্ত্তব্য—নাৰী-সমাজৰ মাজত সু-শিক্ষা প্ৰচলন কৰি এই বোজাৰ পৰা তেওঁলোকক মুক্ত কৰাটো আৰু প্ৰগতিৰ পথলৈ আগবঢ়াই অনাটো। এই শিক্ষা সমাজত প্ৰচলন হোৱাৰ আগতেই, তেওঁলোকক কিছুমান ক্ষেত্ৰত পুৰুষৰ সমান অধিকাৰ দিয়া হৈছে। কিন্তু যেতিয়ালৈকে তেওঁলোকে এটি সুপৰিকল্পিত শিক্ষা-পদ্ধতিৰ মাজেদি সু-শিক্ষিতা হৈ সুস্থ আৰু সবল মন গঢ়ি, ৰুদ্ধ চিন্তাধাৰাক বোৱা পথলৈ আনিব নোৱাৰিব, তেতিয়ালৈ তেওঁলোকে প্ৰদত্ত ক্ষমতাৰ সদ্ব্যৱহাৰ কৰিব নোৱাৰিব। নিৰ্ব্বাচনত ভোটাধিকাৰ পাইছে যদিও সেই বিষয়ত শতকৰা ৯৯ জনীয়ে পুৰুষৰ ইঙ্গিতত চলিব লাগিব। তেওঁলোকৰ কাৰণে যি ধৰণৰ শিক্ষা-পদ্ধতি আৱশ্যকীয় সি সকলো বিষয়তে পুৰুষৰ লগত একে ধৰণৰ হোৱাটো যুক্তিযুক্ত নহব। কিয়নো, সকলো বিষয়তে নাৰী আৰু পুৰুষৰ শক্তি-সামৰ্থ্য একে ধৰণৰ নহয়। জগতৰ আদি কাৰণতে পুৰুষ আৰু প্ৰকৃতি দুবিধ। নাৰীহে সন্তানৰ জন্মদাত্ৰী হব, পুৰুষ হব নোৱাৰে। ইউৰোপ আদি দেশত যদিও নাৰী আৰু পুৰুষ ভেদে কৰ্ম্মক্ষেত্ৰৰ বিশেষ প্ৰভেদ তথাপি নাৰীসকলে পুৰুষৰ লগত বহু ক্ষেত্ৰতে সমান প্ৰতিযোগীতা কৰা দেখা নাযায়, বহু ক্ষেত্ৰত উত্তীৰ্ণ হোৱা নাৰীৰ সংখ্যা পুৰুষতকৈ কম। এটি বা দুটি উদাহৰণৰ পৰা কোনো এটি বিষয়ক লৈ, আমি এটা অন্তসিদ্ধান্ত বান্ধি লব নোৱাৰো। এজনী বা দুজনী ছাগলীৰ মুখত দাড়ি দেখি সকলো স্ত্ৰী-জাতীয় জন্তুৰ দাড়ি থাকে বুলি কব নোৱাৰো। ব্যভিচাৰ দোষ সকলোতে আছে।

## বৈধব্য প্ৰথা

নাৰী-সমাজৰ বৈধব্য-প্ৰথাৰ ফালে যদি লক্ষ্য কৰোঁ, তেনেহলে দেখোঁ বিধবাসকলক সামাজিক স্বাধীনতা দিয়া দেখা যায়। সেই অৱস্থাত তেওঁলোক পুৰুষৰ অধীনা নহয় বুলি কব পাৰি। কিন্তু কঠোৰ বৈধব্য-ব্ৰত [illegible] কালতহে সম্ভৱ আছিল, বৰ্ত্তমান যুগত নহয়। এনেকুৱা ব্ৰহ্মচাৰিণীৰ পক্ষে যথেষ্ট আধ্যাত্মিক জ্ঞানৰ দৰকাৰ। বৈধব্য-ব্ৰতক চিৰ-কুমাৰী হোৱা বুলিব পাৰি। চিৰকুমাৰ বা চিৰকুমাৰী-জীৱন কৰ্ত্তব্য অভিৰুচি ক্ৰমে স্বেচ্ছাকৃতহে। বৈধব্য-ব্ৰতো এক প্ৰকাৰ তেনেকুৱা। কিন্তু বৰ্ত্তমান সমাজৰ বিধবা সকল আধ্যাত্মিক জ্ঞান-বিবৰ্জিতা আৰু এই ব্ৰত তেওঁলোকৰ স্বেচ্ছাকৃত নহয়, সমাজৰ ভয়তহে পালনীয় হৈছে। এই কাৰণে তেওঁলোকে ইয়াৰ পৰা যে কিবা পাৰ-লৌকিক সুফল ভোগ কৰিব পাৰে তাৰ একো নিশ্চয়তা নাই। সমাজৰ প্ৰতি বৈধব্য-জীৱনে যি সংযমৰ আদৰ্শ দাঙি ধৰিছে, ই জগতত বিৰল। কিন্তু বৰ্ত্তমান সমাজৰ লোকে যে এই আদৰ্শৰ তাৎপৰ্য্য গ্ৰহণ কৰিছে তাকে দাঠি কব নোৱাৰি।

গতিকে, যি কামৰ পৰা কি সমাজ, কি বিধবা সকল, কোনো পক্ষই লাভবান হোৱা বুলি কব নোৱাৰি, তাৰ প্ৰয়োজনীয়তা স্বীকাৰ কৰিব নোৱাৰি। তদুপৰি, যি সংসাৰ ভাইনৰ পক্ষে ভোগ-বিলাসৰ ঠাই, তাত নিচেই আকৰ্ষীয়া মাতৃ-জাতীয় দল এটিৰ ওপৰত নিজৰ রুচি বিগর্হিত আৰু স্বেচ্ছাবিৰোধী কঠোৰ প্ৰথা এটি সমাজে জাপি দিয়াৰ কোনো অৰ্থ নাই বুলি ভাবোঁ।

## পুঁজিবাদ

এই প্ৰসঙ্গতে আমাৰ সমাজৰ অৰ্থনৈতিক ফালটো কিঞ্চিত আলোচনা কৰিব খোজোঁ। আমাৰ ৰাজনৈতিক স্বাধীনতা আহিছে, কিন্তু প্ৰকৃত অৰ্থনৈতিক স্বাধীনতা অহা নাই। অৰ্থোপাৰ্জনৰ প্ৰথম উদ্দেশ্য—ভালকৈ খাবলৈ, পিন্ধিবলৈ আৰু থাকিবলৈ পোৱাটো। সমাজৰ যদি কিছুমান লোক অতুল ঐশ্বৰ্যৰ অধীশ্বৰ হৈ ভোগ বিলাসৰ পৰাকাষ্ঠা দেখুৱাব পাৰে, আকৌ অধিক সংখ্যক লোক অভাব-অনাটনৰ মাজত পৰি দুবেলা দুমুঠি খাবলৈ নাপায় হাহাকাৰ কৰি থাকে, তেনেহলে এনেকুৱা সমাজ বা দেশৰ ভবিষ্যৎ নিৰাপদ নহয় বুলি কব লাগিব। এনেকুৱা অৱস্থাৰ মূলত পুঁজিবাদো আছে। মহাত্মা গান্ধীয়ে এই পুঁজিবাদ ধ্বংশ কৰিবলৈ ভাৰতবাসীক মন্ত্ৰ দি গৈছে। কিন্তু ভাৰতবাসীয়ে এই মন্ত্ৰ কিমানদূৰ গ্ৰহণ কৰিছে সেই বিষয়ে সন্দেহ আছে। এতিয়া বৃটিচৰ শোষণ নাই, কিন্তু আমাৰ মাজতে এটি শোষণকাৰী শ্ৰেণী আছে। ভাৰতীয় দৰিদ্ৰতাৰ বিৰুদ্ধে যি যুজ সি শোষণকাৰী সকলৰ বিৰুদ্ধেও হব। শোষণকাৰী সকলে আওপকীয়া বাটৰে ধন আৰ্জি অতিৰিক্ত পুঁজি ৰাখি থোৱাটো জাগতিক সজ নিয়মৰ বহিৰ্ভূত কথা। ই জগতৰ শান্তিপূৰ্ণ পৰিস্থিতিৰ অন্তৰায় হৈছে। প্ৰাকৃতিক জগতে মানুহক জীয়াই থাকিবলৈ বস্তু হে দিছে কিন্তু টকা পইচা দিয়া নাই। অৰ্থনৈতিক জগতৰ সুচলৰ কাৰণে বস্তু আদান-প্ৰদানৰ মাধ্যম হিচাবে টকা পইচাৰ প্ৰচলন মানুহে কৰি লৈছে। ই এটা মানুহে কৰা কৃত্ৰিম উপায়। নীতি বিৰুদ্ধ উপায়েৰে প্ৰচুৰ ধন ঘটি আৰু তাক পুঞ্জীভূত কৰি এজনে একচেটীয়া কৰাটো ততোধিক কৃত্ৰিমতা। দেশত অতিপাত ধনী থাকিলে অধিক সংখ্যক দুখীয়া থকাটো স্বাভাবিক কথা। কিয়নো, ধনীৰ ধন ওপৰৰ পৰা নপৰে, দেশৰে কিছুমানৰ পাবলগীয়া ধন এফলীয়া হৈ গৈ এজনৰ হাতত থুপ হয়। প্ৰাকৃতিক জগতৰ নিয়মবোৰৰ মাজত এই কৃত্ৰিমতা কেতিয়াও দেখা নাযায়। তাত চিৰন্তন নিয়মৰ ব্যতিক্ৰম নঘটে। প্ৰাকৃতিক জগতৰ এই নিয়মবোৰ মানব-জাতিৰ শিক্ষাৰ বাবেহে। ই মানব জাতিৰ আগত সত্যৰ বিকাশ কৰিছে। কিন্তু মানব জাতিয়ে সেই শিক্ষা আৰু সত্যৰ আদৰ্শ গ্ৰহণ কৰিব নোখোজে। সেয়েহে জগতত ইমানবোৰ অশান্তি আৰু দুখ-কষ্ট। ইয়াকে দুখ কৰি কবিয়ে কৈছে, :—

If this belief from heaven be sent
If such be Nature's holy plan
Have I not reason to lament
What man has made of man ?

পাশ্চাত্য দেশ বিলাকত পুঁজিবাদ সমস্যা তেওঁলোকৰ আদি যুগৰ পৰাই দেখা দিছে। আদি যুগত দাস প্ৰভুসকল, মধ্য যুগত ফিউদেল প্ৰভুসকল আৰু আধুনিক যুগত বুৰ্জ্জোৱাসকল ক্ৰমান্বয়ে পুঁজিপতি হৈ উঠিছে। ইফালে যন্ত্ৰ শিল্প যুগৰ পৰা ই এটি বিশেষ ৰূপ লৈছে। পুঁজিবাদৰ ফলত ইউৰোপত নানা বিপ্লৱ, নানা দলীয় যুদ্ধ আৰু নানা সামাজিক উত্থান-পতন ঘটিছে। ভাৰতবৰ্ষত এনে

ধৰ্ষণৰ ঘটনা বিপৰ্য্যয় বহুত কম। কিন্তু বৃটিছ সোমোৱাৰ লগে লগে ভাৰতবৰ্ষত ধনী সম্প্ৰদায়ৰ পক্ষে এটি অনুকূল পৰিৱেশৰ সৃষ্টি হ'ল। এই পৰিৱেশৰ মাজত এই সম্প্ৰদায়ে নতুন সাৰ-গোবৰ পালে। কিন্তু ভাৰতৰ যি প্ৰাচীন আদৰ্শবাদ, সি পুঁজিবাদৰ অনুকূলে নহয়। কিয়নো ধৰ্ম্মৰ ফলৰ পৰা দান দক্ষিণাৰ ওপৰত মহাফল আৰোপিত কৰা হৈছিল। যিবিলাকৰ অধিক ধন আছিল সেইলোকে ভগৱানৰ পূজা-সেৱা, উৎসৱ, জাতকৰ্ম্ম আৰু অন্ত্যেষ্টিক্ৰিয়াদিৰ মাজেদি ধনক অকাতৰে ব্যয় কৰিছিল আৰু ধনক পাইছিল দুখীয়া দৰিদ্ৰসকলে। শাস্ত্ৰয়ো উল্লেখ কৰিছে যে কলিকালত দান ধৰ্ম্মই মহাধৰ্ম্ম। বুৰঞ্জীয়েও প্ৰমাণ কৰে, ৰজা-মহাৰজা সকলৰ ৰাজকোষত যেনিয়া অধিক ধন হৈছিল সেইলোকে প্ৰজাক দান কৰিছিল। বৰ্ত্তমানৰ বিনোবা ভাবেৰ 'ভূমিদান যজ্ঞও এই দান ধৰ্ম্মৰ বাহিৰে অইন একো নহয়। ভাৰতবৰ্ষত এই আন্দোলন সফল হৈছে এই বুলিয়ে যে ভাৰতীয়ৰ পক্ষে দান কৰাটো পূৰ্ব্বৰে পৰা হাড়ে মগজে লগা অভ্যাস।

কচিয়াই পুঁজিবাদ সমস্যাৰ সংঘৰ্ষত এটা নতুন দাৰ্শনিক মতবাদৰ সৃষ্টি কৰিছে। এই দাৰ্শনিক মতবাদৰ ওপৰত সেইলোকৰ শাসন আৰু সমাজ প্ৰতিষ্ঠিত হৈছে। এই মতবাদ কিমানদূৰ নিৰ্ভুল আৰু চিৰন্তন তাক এতিয়াও বুজা নাযায়। এই মতবাদক সেইলোকে থিয় কৰাইছে বৰ্ত্তমান বৈজ্ঞানিক জগতৰ অভিজ্ঞতাৰ ওপৰত। বৰ্ত্তমান বৈজ্ঞানিক যুগটো বৃহৎ কালটোৰ তুলনাত এটি খণ্ডকাল। এই অনাদি অনন্ত বৃহৎ কালটোৰ গৰ্ভত সোমাই আছে অতীত, বৰ্ত্তমান আৰু ভবিষ্যত, এই খণ্ডকালবোৰ। এটি মাত্ৰ খণ্ডকালৰ অভিজ্ঞতাই সনাতন ধৰ্ম্মী, চিৰন্তন দাৰ্শনিক মতবাদ এটিক জন্ম দিব নোৱাৰে। খণ্ডকালৰ অভিজ্ঞতাৰ ওপৰত ভিত্তি কৰি দাৰ্শনিক মতবাদৰ সৃষ্টি কৰা ভাৰতীয়ৰ ধৰ্ম্ম নহয়। ভাৰতীয়ই কৰিব লাগিলে অতীত, বৰ্ত্তমান আৰু ভবিষ্যত জ্ঞানক একেলগে সামৰি লৈ এটি সমন্বয়ৰ মাজেদিহে কৰিব। কচিয়াৰ চিন্তাধাৰা আৰু ভাৰতীয়ৰ চিন্তাধাৰা একেটা হব নোৱাৰে, যিহেতু দুখন দেশৰ পৰিস্থিতি বেলেগ বেলেগ। কচিয়াৰ চিন্তা-ধাৰা অতীতৰ ওপৰেদি বাগৰি অহা নাই; কাৰণ সেইলোকৰ পক্ষে অতীত নাইবা অতীতৰ আহিলা নাই বুলি কলেও একো অত্যুক্তি নহয়। কিন্তু ভাৰতীয়ই অতীতক বাদ দিব নোৱাৰে, কাৰণ ভাৰতৰ গৌৰৱময় অতীত আছে আৰু অতীতৰ আহিলাও যথেষ্ট আছে। সেই বাবে ভাৰতীয় চিন্তাত আহিলাৰ ত্ৰুটী হব নোৱাৰে। কচিয়া জড়-বিজ্ঞানৰ উপাসক। এই উপাসনাৰ ফলত সেইলোকে জড়-জগতৰ আদৰ্শৰ লগত নিজৰ আদৰ্শক খাপ খুৱাবলৈ বিচৰাটো থিকেই হৈছে। কিন্তু এই জড়-বিজ্ঞানৰ উন্নতি সেইলোকৰ মনত মানৱে কৰা চৰমোন্নতি। ভাৰতৰ পক্ষে ই চৰমোন্নতি নহয়। অতীতৰো অতীতত ভাৰতীয় লোকে যি উন্নতি কৰিছিল সি ইয়াতকৈ ওখ খাপৰ বুলি কব লাগিব। মানৱ-তত্ত্ব বিচাৰত সেইলোকে ডাৰুইনৰ তথ্যক সমৰ্থন কৰে। ভাৰতীয়ই এই তথ্য মানি লোৱাৰ আগতে ত্ৰিকালজ্ঞ সকলে এৰি থৈ যোৱা জ্ঞান-ভাণ্ডাৰ পুৰি চাই কৰিব লাগিব। ডাৰুইনে কোৱা মানৱ জাতিৰ ক্ৰমোন্নতি আৰু কচিয়াৰ প্ৰগতিবাদ একেটা কথা। এই তথ্য মানি ললে মানৱ-জাতি সদায় এটা উল্লম্ব গতিত উধাব লাগিছে বুলি কব লাগিব। কিন্তু ভাৰতীয়ই 'সংসাৰ-চক্ৰ' বুলি এটা কথা সদায় চিঞঁৰি কব লাগিছে। সংসাৰখন এটা

বৃত্তাকাৰ গতিত ঘূৰিব লাগিছে। মানব-জাতিও এই বৃত্তাকাৰ গতিতহে ঘূৰিছে। সেই দেখি কোৱা হয়, "চক্ৰবৎ পৰিবৰ্ত্তন্তে দুখাণি চ সুখাণি চ"। কিন্তু মানবে কব নোৱাৰে যে তেওঁলোক এইদৰে বৃত্তাকাৰে ঘূৰি আছে। গৰু এটাৰ চকু দুটাত কাপোৰ বান্ধি এৰি দিলে সি একে ঠাইতে বৃত্তাকাৰে ক্ৰমান্বয়ে ঘূৰি থাকিব। সি কব নোৱাৰিব যে সি ঘূৰি আছে, সি গৃহস্থৰ ঘৰলৈ পোনাই গৈ আছে বুলিহে ভাবিব। সাধাৰণ মানবেও ভাবে যে তেওঁলোক সদায় পোন গতিৰে উধাই গৈ আছে। সময়ৰ গতি বৃত্তাকাৰ হোৱাত সত্য, ত্ৰেতা, দ্বাপৰ আৰু কলিযুগ ক্ৰমান্বয়ে বৃত্তাকাৰে ঘূৰি আছে। সেইদৰে নহলে একে যুগ, একে ঋতু আৰু একে মাহ আমি পুনঃ পুনঃ নাপালোহেতেন।

কচিয়াই খণ্ডকালীয় আদৰ্শবাদ লৈ প্ৰগতি পথত আগবঢ়া দেখিবলৈ পোৱা যায়। ই তাৎকালিক উপায়েৰে কৰা তাৎকালিক বা সাময়িক প্ৰগতিহে। যেনেকৈ এদিনীয়া আকস্মিক লাভে গৃহস্থী এখনৰ স্থায়ী উন্নতি বুজাব নোৱাৰে, তেনেকৈ কচিয়াৰ সাময়িক উত্থানে তাৰ যুগমীয়া উন্নতি সুনিশ্চিত নকৰে। সেই বুলি যুগমীয়া উন্নতিৰ বাবে সাময়িক তাৎকালিক উত্থানক বাদ দিব নোৱাৰি।

বৰ্ত্তমান সময়ত ভাৰতবৰ্ষতো তাৎকালিক উত্থান আৱশ্যক হৈ পৰিছে। বস্তুবাদী চিন্তাৰে বিজ্ঞান-চৰ্চ্চাৰ মাজেদি ইয়াৰ সাধন হব লাগিব। তাকে কৰিবলৈ যাওঁতে বৃহৎকাল-চকৰীৰ লগত লুটি খাই ফুৰা বৃহত্তম চিন্তাধাৰাৰ পৰা ভাৰত আঁতৰি আহিব নোৱাৰিব।

তাৎকালিক উত্থানৰ মাজেদি কচিয়াই পূঁজিবাদক ধ্বংশ কৰিবলৈ বিপ্লববাদৰ অবতাৰণা কৰিছে। কিন্তু এই বিপ্লব সাফল্য-মণ্ডিত কৰাটো সহজ নহয়। এই বিপ্লববাদ গান্ধীবাদৰ লগত খাপ নাখায়। ভাৰত চৰকাৰ গান্ধীবাদৰ ওপৰত ৰূপায়িত হৈছে। বিপ্লববাদ প্ৰাচীন ভাৰতীয় আদৰ্শৰ লগতো অপৰিচিত। ভাৰতীয় ধন-তান্ত্ৰিকতা বিনা-বিপ্লবে দূৰীভূত হোৱাটোহে মঙ্গলজনক। তাকে কৰিবলৈ ভাৰতীয় সমাজৰ দান-ধৰ্ম্মৰ মহিমা পুনৰ ঘোষিত হব লাগিব আৰু তাৰ জয়ঢোল বাজি উঠিব লাগিব। তদুপৰি চৰকাৰ পক্ষই এনে ব্যৱস্থা কৰক যাৰ ফলত ধনী সম্প্ৰদায়ে অতিৰিক্ত ধনৰ অসাৰতা আৰু অপ্ৰয়োজনীয়তা ভালকৈ বুজিব পাৰে। এনেকুৱা ব্যৱস্থা হওক, যাৰ ফলত মানুহে সামাজিক প্ৰতিষ্ঠাৰ বাবে ব্যক্তিত্ব আৰু যোগ্যতাকহে বিশেষ সমাদৰ কৰি ধনক নেওচিব পাৰে। আমাৰ সমাজত বৰ্ত্তমানে তিনিটা শ্ৰেণী—ধনী, মধ্যবিত্ত আৰু শ্ৰমিকসকল। মধ্যবিত্ত সকল সংখ্যা-গৰিষ্ঠ হলেও তেওঁলোকৰ পক্ষে সংসাৰ-যাত্ৰা দুষ্কৰ হৈছে। এনেকুৱা ব্যৱস্থা হওক, যাৰ ফলত তেওঁলোকৰ অভাৱ-অনাটনৰ লাঘব হয়।

এইবিলাক আমাৰ সমস্যা। বৰ্ত্তমানে সমাজবাদী সমাজ নাইবা শ্ৰেণী-বিহীন সমাজৰ যি ধ্বনি উঠিছে এইবিলাক সমস্যাই তাৰ কাৰণ। তাক আলোচনা কৰাই এই প্ৰবন্ধৰ উদ্দেশ্য। আশা-কৰোঁ অনতিপলমে আধ্যাত্মিকতা আৰু বস্তুবাদৰ এটি মিশ্ৰিত দৃষ্টিভঙ্গীৰ মাজেদি সকলো সমস্যাৰ সমাধান হব, যাৰ ফলত ভাৰত এখন অভিনৱ ৰাষ্ট্ৰত পৰিণত হব আৰু যাৰ আদৰ্শত পৃথিবীত শান্তি-স্থাপনৰ ব্যৰ্থ প্ৰয়াস অব্যৰ্থ হব।

---

# অমৰ যোগী ত্ৰৈলঙ্গ স্বামী

চমু জীৱনী।

—শ্ৰীকৈলাশ চন্দ্ৰ শইকীয়া

তেতিয়া ইংৰাজী ১৬০৭ চন। মাদ্ৰাজ প্ৰদেশৰ হোলিয়া নামে এখন সৰু গাৱঁত ত্ৰৈলঙ্গ স্বামীৰ জন্ম হয়। অতি যোগসিদ্ধ আৰু বহু গুণ সম্পন্ন হোৱাৰ পাচতহে এওঁ ত্ৰৈলঙ্গ স্বামীজী নামে জনাজাত; কিন্তু আগ ছোৱাত অৰ্থাৎ প্ৰায় ৫০ বছৰ বয়সলৈকে ঘৰ নৌ এৰোতেই এওঁৰ সৰুকালৰ নাম আছিল—শিৱৰাম ৰাও।

শিৱৰামৰ পিতাকৰ নাম নৰসিংহ ৰাও আৰু মাকৰ নাম বিদ্যাৱতী দেৱী। নৰসিংহ ৰাও এজন হোজা নিৰীহ ব্ৰাহ্মণ আছিল। বহুবছৰ ধৰি ইবিলাকৰ পুত্ৰ সন্তান নাছিল। কথিত আছে—বিদ্যাৱতী দেৱীয়ে এই উদ্দেশ্যে একেৰাহে একাগ্ৰচিত্তে দেৱাদি দেৱ মহাদেৱৰ পূজা অৰ্চ্চনা কৰাত মহাদেৱৰ কৃপাত যথাসময়ত এটি পুত্ৰ সন্তান ওপজে।

বিদ্যাৱতীয়ে অশৌচৰ পাচতেই যেতিয়া প্ৰথম বাৰ মন্দিৰ গৃহত সোমাই, শিশুটিক কাষতে শুৱাই থৈ আগৰ দৰে সাষ্টাঙ্গে মহাদেৱক সন্তানটিৰ বাবে কৃতজ্ঞতা জনাই স্তুতি-বন্দনা কৰে, তেতিয়া আচৰিত হৈছিল যে মহাদেৱৰ মূৰ্ত্তিৰ পৰা জ্যোতিৰ ফিৰিঙতিৰ দৰে প্ৰভা এটি হঠাতে ওলাই আহি শিশুটিৰ কপালত লাগি অদৃশ্য হয়। বিদ্যাৱতীয়ে এনে অদ্ভূত দৃশ্যটি দেখি অবাক হৈ থৰ্ ফৰ্ কৈ প্ৰাৰ্থনা এৰি শিশুটি তুলি কোলাত লৈ ভালকৈ চালে; কিন্তু শিশুটিৰ একো অসুস্থতা দেখা নেপালে, বৰং শিশুটিৰ অৱয়ব যেন ক্ষন্তেকতে কিছু পুৰঠ আৰু চকুত এক বিজ্ঞজ্যোতি বিকশিত হৈছে এনে দেখা পালে। শয়ন গৃহত আহি মৌনভাৱে শিশুটি লৈ বহি থাকোঁতে স্বামী নৰসিংহ ৰাও অহাত সেই ঘটনাটি বিৱৰি কলে। হোজা ব্ৰাহ্মণ বাৰে হোজা ভাৱেই বিদ্যাৱতীক কলে যে, তাত একো আচৰিত হবৰ কথা নাই। তুমি অকৃত্ৰিমভাৱে ভূতনাথক স্তুতি প্ৰাৰ্থনা কৰাৰ কাৰণে তেওঁ তুষ্ট হৈ দিয়া দানটিৰ পঞ্চভৌতিক দেহটি স্পৰ্শ কৰি আশীৰ্ব্বাদ দি আমাক সন্তোষ দিছে।

তেতিয়াৰ পৰা নৰসিংহ ৰাওঁকৈ বিদ্যাৱতীয়ে গহীন ভাৱে আনন্দ উপলব্ধি কৰি সেই শিশুটিক আলপৈচান ধৰাত ব্যস্ত হয়। মহাদেৱৰ দান বুলি মানিয়েই ভূতনাথক পাহৰি নেযাবৰ মানসে শিশুটিৰ নাম গণনাস্তে শ-বৰ্ণ হোৱাত শিৱৰাম থলে।

দিন যায়। শিৱৰামো কাল প্ৰকৃতিৰ দোলনাত উঠি আহে ক্ৰমে শৈশৱৰ পৰা কৈশোৰ অৱস্থালৈ। বিদ্যাৱতীয়ে নাবালকৰ পৰা চাবালকলৈকে দেখা পায়, শিৱৰাম অন্য শিশু সন্তানৰ লগত ভালেমান অমিল। চকুত দিব্যজ্যোতি, মন গহীন, খেলাধূলা ৰং-তামচাত শিৱৰাম অনাসক্ত; কিবা যেন এক বিশিষ্ট চিন্তাত লবাৰ মন উদাস। ভূতনাথৰ দান বুলিয়েই বিদ্যাৱতীয়ে শিৱৰামক কি কোনো প্ৰকাৰ বাধা-বাধকতাৰ সমস্যালৈ নিবলৈ সঙ্কোচ কৰিছিল; বৰং সকলোক্ষেত্ৰতে শিৱৰামৰ গতি-বিধিৰ পোষকতা কৰিছিল।

যেতিয়া শিৱৰামে ভৰ যৌৱনত ভৰি দিয়ে, তেতিয়াও তেওঁৰ মোহময় সংসাৰৰ প্ৰতি বৈৰাগ্য, অথচ—ব্ৰহ্মচাৰী, সংযমী আৰু গাম্ভীৰ্য্যপূৰ্ণ মনোবৃত্তিৰে উপসনা গৃহৰ মুখ্য ব্যক্তি হৈ উঠা দেখাপালে, তেতিয়া নৰসিংহ ৰাও আৰু বিদ্যাৱতীয়ে লাহে লাহে আলচ

কৰি শিৱৰামক সংসাৰ বান্ধোনত পৰলৈ খিৰাং কৰি প্ৰকাৰান্তৰে শিৱৰামক কলে। শিৱৰামে এই বিষয়ে সকলো কথা বুজি পিতৃদেৱতাক জনালে "পিতা, এই সংসাৰ অনিত্য। এনে অনিত্য সংসাৰত জড়িত হবৰ মোৰ অলপো ইচ্ছা নাই। কেৱল নিত্য সত্য বস্তু একমাত্ৰ ভগৱান। মই তেওঁকহে বিচাৰিছোঁ। তেওঁৰ ভিন্ন মোক আন একো নালাগে।"

পিতৃ-মাতৃ বন্ধু-বান্ধৱ আৰু আত্মীয়-স্বজনৰ অনেক বুজনিতো যেতিয়া শিৱৰামে বিবাহ বান্ধোনত মূৰপাতি নিদিয়ে, সি সকলেও অগত্যা তথাস্তু বুলি কৈয়ে শিৱৰামক তেওঁৰ বিবাহৰ কাৰণে আৰু বাক্য ব্যয় নকৰিলে।"

নানা শাস্ত্ৰ অধ্যয়ন, উপসনা আৰু ব্ৰহ্মচৰ্য্য ইত্যাদিৰ মাজেদি শিৱৰামৰ দিনবোৰ গৈ থাকে। তেওঁৰ ৪০ বছৰ বয়সত পিতাকৰ মৃত্যু হয় তাৰ ১১ বছৰ পাচত অৰ্থাৎ শিৱৰামৰ ৫১ বছৰ বয়সত মাতৃদেৱী বিদ্যাৱতীয়েও তেওঁক এৰিলে। মাতৃ-বিয়োগৰ দিনাই শিৱৰামৰ জীৱনৰ গতি অন্য ফালে ঢাল ললে। কিয়নো তেওঁ মাকক শ্মশানত দাহ কাৰ্য্য কৰিবলৈ গৈ মাতৃ দাহ ক্ষেত্ৰকে সাধনাৰ প্ৰথম তীৰ্থক্ষেত্ৰ কৰি লৈ, সেই দিনৰে পৰা শ্মশানে নিবাসলৈ গ'ল। কোনেও তেওঁক শ্মশানৰ পৰা ঘৰলৈ আনিব নোৱাৰিলে। তেওঁৰ বিমাতৃপুত্ৰ শ্ৰীধৰে বহু-বাৰ শ্মশানলৈ গৈ তেওঁক ঘূৰাই আনিব নোৱাৰি উলটি আহে। ৰ'দ বৰষুণৰ পৰা কষ্ট লাঘৱৰ কাৰণে শ্ৰীধৰে কিছুদিন পাচত মাতৃ শ্মশানতে শিৱৰামক এটি উপাসনা মন্দিৰ সজাই দিলে। এতিয়া শিৱৰাম পূৰ্ণ বৈৰাগ্য ভাবে তাতে মহা সাধনাত ৰত হ'ল।

বহুদিনৰ পাচত, এদিন শ্ৰীধৰে তেওঁক দেখা কৰিবলৈ যাওতে শিৱৰামে তেওঁৰ কাষচাপি ভৰি চুই সেৱা কৰে। "দাদা আপুনি কিয় এনে কৰিছে?" বুলি সোধাত তেওঁ উত্তৰ দিয়ে, "হওক বাবা তুমিওতো এজন বৈষ্ণৱ।" শ্ৰীধৰে তেতিয়াহে পৰা শিৱৰাম ভগৱৎ ভাবত কেনে বিভোৰ বুজিব পৰা হয়।

শিৱৰাম শ্মশানতে অহৰ্নিশে সাধনা ভজন কৰিয়েই একুৰি বছৰ অতিবাহিত কৰাৰ পিচত এদিন হঠাতে ভগীৰথ সৰস্বতী নামৰ এজন সুপ্ৰসিদ্ধ প্ৰবীণ সন্যাসী আহি উপস্থিত হয়। শিৱৰামে ভগীৰথক পাই আনন্দ পালে। দুয়ো তাত কিছুদিন থকাৰ পাচত তীৰ্থ ভ্ৰমণৰ কাৰণে ওলাই গাঁও এৰি বাহিৰ হ'ল। ৬ বছৰ কাল দুয়ো একেলগে নানা ঠাই ভ্ৰমণ কৰি আহি ৰাজপুতনাৰ পুষ্কৰ নামৰ এখন তীৰ্থ ঠাইত কাল যাপন কৰি দুয়ো যোগ শিক্ষা সাধনাত দিন কটায়। যোগত নিমগ্ন শিৱৰামক এতিয়া দশক বৃন্দই স্বামী গজানন্দ সৰস্বতী নাম দিয়ে। ৭৮ বছৰ বয়সত গজানন্দ সৰস্বতীয়ে যোগ শিক্ষা আয়ত্ব কৰে। হঠাৎ এদিন ভগীৰথ সৰস্বতীয়ে দেহৰক্ষা কৰাত গজানন্দ সৰস্বতী তাত আৰু অকলে নেথাকি আকৌ তীৰ্থ ভ্ৰমণৰ কাৰণে ৮৮ বছৰ বয়সত পুষ্কৰ তীৰ্থ এৰে।

পুষ্কৰ তীৰ্থত সকলো প্ৰকাৰ যোগশিক্ষা সমাপ্ত হোৱাৰ পাচৰ পৰাই গজানন্দ সৰস্বতীয়ে গাৰ আহৰণ পৰিত্যাগ কৰি সম্পূৰ্ণ উলঙ্গ ভাৱে তীৰ্থ পৰ্য্যটন কৰিবলৈ লয়।

তেওঁ ভাৰতৰ নানা ঠাই ভ্ৰমি ৯০ বছৰ বয়সত ৰামেশ্বৰ তীৰ্থত উপস্থিত হয়। ৰামেশ্বৰ, দ্বাৰকাধাম আৰু সুদামা তীৰ্থত ৩ বছৰ কাল ভ্ৰমণ কৰি ৯৫ বছৰ বয়সত তেওঁ হিমালয়ৰ পাদ দেশ নেপালত গৈ পুনৰ ৬ বছৰ কাল তপস্যাত নিমগ্ন থাকে। তাৰ পাচত হিমালয়ৰ আৰু উচ্চ স্তৰলৈ গতি কৰি পবিত্ৰ তীৰ্থ-কেদাৰ, বদৰী, গঙ্গোত্ৰী,

যমুনোত্ৰী, প্ৰভৃতি ঠাইত ভ্ৰমণ কৰে তাৰ পাচত আৰু উত্তৰলৈ গতি কৰি হিমালয়ত অৱস্থিত বিখ্যাত মানস সৰোবৰৰ পাৰত বহি লৈ সুদীৰ্ঘ ১৭বছৰ কাল তপস্যাত নিমগ্ন থাকে। মুঠতে ১৫ বছৰ কাল হিমালয়ত অৱস্থান কৰি পাচত নৰ্মদা নদীৰ তীৰস্থ মাৰ্কণ্ডেয় আশ্ৰমলৈ আহে। এই আশ্ৰমত কিছু কাল থাকি তেওঁৰ ১১৬ বছৰ বয়সত প্ৰয়াগতীৰ্থ ত্ৰিবেণীত অৱস্থান কৰে। তাতো ৪ বছৰ অতিবাহিত কৰি ১৩০ বছৰ বয়সত ভাৰত বিখ্যাত মহাতীৰ্থ বাৰানসী অভিমুখে যাত্ৰা কৰে। আৰু বাৰানসীতে এওঁ ১৫০ বছৰ কাল নিয়ায়।

বাৰানসীত থকাৰ এওঁ জীৱনৰ বেছি ভাগ কাল অনিমা, লঘিমা, মহিমা, প্ৰাপ্তি, প্ৰকামা, বশিত্ব, ঈশিত্ব আৰু যত্ৰকামাৱসায়িত্ব এই অষ্টবিধ যোগবিভূতিৰ বলত আছিল। তীৰ্থযাত্ৰীসকলে এওঁক ভিন্ ভিন্ সময়ত ভিন্ ভিন্ যোগ-বিভূতিত দেখা পাই বাবা ত্ৰৈলঙ্গস্বামীজী নাম দিয়ে।

ত্ৰৈলঙ্গস্বামীজীয়ে যোগবিভূতিৰ বলত নানান অলৌকিক প্ৰভাৱ দেখুৱাইছিল।—এদিন ভীষণ ধুমুহা-বতাহ-বৰষুণ আহাত গঙ্গাৰ পাৰত তীৰ্থযাত্ৰী সকলে নৈ নেপাই প্ৰাণৰ ভয়ত এনি তেনি ঢাপলি মেলিছিল। কিন্তু কি আচৰিত—আগৰে পৰা গঙ্গাৰ পাৰত যোগাসনত বহি থকা ত্ৰৈলঙ্গস্বামী অচল অটল ভাৱেই মুকলি ঠাইতে একেভাৱেই থকা দেখি মানুহ আচৰিত হয়।

আকৌ আন এদিন বৰকৈ ধুমুহা বৰষুণ আহাত গঙ্গানদীত মালবস্তু সহকাৰে যাত্ৰী নাওঁ এখন বুৰিবলৈ ধৰে। আগন্তুক মৃত্যুত নাৱৰ যাত্ৰী আৰু পাৰৰ নিবাসীয়ে চিঞৰৰ বাখৰ হৈ চৈ লগায়। ত্ৰৈলঙ্গ স্বামীয়ে তাকে যোগাসন এৰি লৰমাৰি গঙ্গাত পৰে আৰু ক্ষন্তেকতে সেই নাওঁখনি পাৰত লগায় আৰু অন্য যাত্ৰীৰ লগতে তেৰোঁ নাৱৰ পৰা পাৰলৈ নমা দেখি কেতিয়া ক'ত এই উলঙ্গ সন্ন্যাসীজন নাৱত উঠিছিল কোনেও একো বুজিব নোৱাৰি আচৰিত হয়। পাচত তীৰ্থ যাত্ৰীৰ পৰা এৱেঁই ত্ৰৈলঙ্গ স্বামীজী বুলি জানিব পাৰে।

ত্ৰৈলঙ্গ স্বামীয়ে বাবানসীৰ ৰাজপথত সময়ে সময়ে উলঙ্গ ভাৱে ঘুৰি ফুৰা দেখি ইংৰাজী জনদিয়েক বিষয়াই পুলিচ যোগে ধৰাই নি হাজোতত তলা লগাই থয়। পুৱাতে তেওঁক হাজোত ঘৰত বাৰান্দাত ফুৰি ফুৰা দেখি কেনেকৈ ওলাল সুধিলত তেওঁ কৈছিল—"মানুহৰ আত্মাক কোনেও কেতো কোনো প্ৰকাৰে আটক কৰি ৰাখিব নোৱাৰে। তেনেকৈ ৰাখিব পাৰিলে মানুহক মৃত্যুৰ পৰাও ৰক্ষা কৰিব পাৰে।" তেওঁ আৰু জনালে যে তেওঁ জিতেন্দ্ৰিয় আৰু যোগবিভূতিত সিদ্ধ হব পাৰিছে কাৰণে পঞ্চ ভৌতিক দেহটি নিজ আজ্ঞাবহ কৰিব পাৰিছে।

ত্ৰৈলঙ্গস্বামী বাবানসীত থকা সুদীৰ্ঘ ১৫০ বছৰৰ কালছোৱাত তেওঁক বহুত গঙ্গানদীৰ পানীৰ ওপৰত যোগাসন হৈ একেৰাহে ভালেদিনো থকা দেখা পাইছিল। এনেকি কেতিয়াবা কেতিয়াবা নদীৰ বিপৰীত সোঁতত যোগাসনেৰে গতি কৰা দেখিও তীৰ্থ যাত্ৰীয়ে আচৰিত হৈ তেওঁক চাইছিল।

ত্ৰৈলঙ্গস্বামী ২৮০ বছৰ কাল জীয়াই থাকি দেহৰক্ষাৰ পূৰ্বেই শিষ্যসকলক জনায়। সেই মতে শিষ্যবৰ্গই নিৰ্দ্দিষ্ট সময়ত এটি লোৰে নিৰ্ম্মিত বাকচত তেওঁক ধ্যানৰত অৱস্থাতে ভৰাই গঙ্গাৰ প্ৰয়াগ সঙ্গমত সলিল সমাধি কৰে। নৈত বিসৰ্জ্জন দিয়াৰ আগ মুহূৰ্ত্তত মানুহে স্বামীজীক শেষবাৰলৈ দৰ্শন কৰি লোৱাৰ মানসে যেতিয়া বাকচ দাঙি চায়, তেতিয়াও অতি আচৰিত হৈছিল যে বাকচৰ ভিতৰত স্বামীজীৰ দেহটিৰ পৰিবৰ্ত্তে কেতবোৰ নানাবিধ ফুলহে দেখিবলৈ পাইছিল।

—x—

# ৺শিৱনাথ বুজৰবৰুৱাৰ জীৱন-সোঁৱৰণঃ

—অধ্যাপক, শ্ৰীহৰিনাথ শৰ্ম্মা দলৈ

পাশ্চাত্য শিক্ষাৰ আভাস নোপোৱাকৈ, আনকি, প্ৰাইমাৰী স্কুলতো কোনো দিনে ভৰি নিদিয়াকৈ অকল সংস্কৃত শিক্ষানুষ্ঠানৰ মাজেদি সংস্কৃত ভাষা [1] সাহিত্য মন্থন কৰি যি দুই এগৰাকী অসমীয়া পণ্ডিতে নিজৰ প্ৰতিভাৰ বিকাশ কৰি গৈছে, পণ্ডিত শিৱনাথ বুজৰ বৰুৱাও সেই সকলৰ আগ শাৰীৰে এজন। সুন্দৰ দেহ সন্ধি সংযুক্ত নাতি দীৰ্ঘ ক'লা বৰণৰ মানুহজন। মূৰত দাঘল চুলিৰ খোপা, মুখত উজ্জ্বলতা, কথাত মধুৰতা আৰু খোজত গম্ভীৰতা। বয়সত চাৰি কুৰিৰ দেওনাখনলৈ আগ বাঢ়িছে, অথচ চকু মুখত চিৰ তাৰুণ্যৰ চিন, কৰ্ম্ম প্ৰেৰণাত ২৫ বছৰীয়া ডেকাৰ আশা-আকাঙ্ক্ষা। সাজ-পাৰৰ পৰিপাটিও কম নহয়,—গাত সুন্দৰ পাঞ্জাবী চাৰ্ট, তাৰ ওপৰত চাদৰ খন, ভৰিত জোতা-মোজা আৰু কেতিয়াবা মূৰত সুন্দৰ পাগুৰীটো আৰু হাতত ধৰনীয়া লাখুটি ডাল। এই জনেই হৈছে পণ্ডিত শিৱনাথ বুজৰ বৰুৱা।

কামৰূপ জিলাৰ অন্তৰ্গত নলবাৰীৰ পৰা ৬ মাইল মান দক্ষিণ পূৱে দ[illegible]ৰা গাওঁ। এই গাৱৰ সম্ভ্ৰান্ত বুজৰ বৰুৱা বংশত খৃষ্টীয় ১৮৮১ শকৰ পুহৰ ১৫ তাৰিখে শিৱনাথ বুজৰ বৰুৱা ওপজে। তেওঁৰ মাক বাপেকৰ নাম যথাক্ৰমে লক্ষ্মীধৰ বুজৰ বৰুৱা আৰু লক্ষ্মীময়ী দেৱী। চাৰিজন পুত্ৰৰ ভিতৰত শিৱনাথ বুজৰ বৰুৱা মাক বাপেকৰ তৃতীয় সন্তান। আজি কালিৰ নিচিনা আধুনিক ধৰণৰ স্কুল সেই সময়ৰ গাৱঁবিলাকত স্থাপিত হোৱা নাছিল। সেয়েহে উক্ত বুজৰ বৰুৱাক ঘৰতে ক-ম শিকোৱা হয় আৰু অলপ ডাঙৰ হোৱাত ওচৰৰ ৰাইৎকুছি গাৱঁৰ এজন অধ্যাপকৰ সংস্কৃত টোললৈ তেওঁক পঠায়। দৰাচলতে ইয়াতে তেওঁৰ ছাত্ৰ জীৱন আৰম্ভ হয় আৰু সংস্কৃত ভাষাৰ জৰীয়তে অধ্যয়ন আৰম্ভ হয়। যি মলা বাঢ়িব, তাৰ দুপাততে চিন। কুশাগ্ৰ বুদ্ধিৰ শিৱনাথৰো এই চিন চেমনাৰ অৱস্থাতে স্পষ্ট হৈ উঠিল। অলপ দিনৰ ভিতৰতে সংস্কৃত ব্যাকৰণৰ পাঠ তেওঁ আশাতীত ৰকমে আয়ত্ব কৰে। ১৩ বছৰ বয়সত ব্যাকৰণৰ প্ৰথম পৰীক্ষা আৰু ১৫ বছৰ বয়সত দ্বিতীয় পৰীক্ষা গুৱাহাটীৰ পৰা পাছ কৰে। উল্লেখযোগ্য এই যে,—দুয়োটা পৰীক্ষাতে তেওঁ বৃত্তি লাভ কৰে, তাতে আকৌ প্ৰথমটোত প্ৰথম স্থান অধিকাৰ কৰে। ইয়াৰ পাছত তেওঁ নবদ্বীপলৈ যায় আৰু তাৰ প্ৰসিদ্ধ পণ্ডিত মহামহোপাধ্যায় মধুসূদন স্মৃতিৰত্নৰ টোলত স্মৃতি শাস্ত্ৰ বিশেষ ভাৱে পঢ়িবলৈ ললে। যথা সময়ত বুজৰ বৰুৱাই তাৰ পৰা পৰীক্ষা দি প্ৰথম বিভাগৰ প্ৰথম স্থান অধিকাৰ কৰি এটি ৰূপৰ পদকৰ সৈতে লাভ কৰে 'স্মৃতি-ৰত্ন' উপাধি। পাছত কলিকতাৰ পৰা আন এটা পৰীক্ষা প্ৰথম বিভাগত পাছ কৰি বুজৰ বৰুৱা 'স্মৃতি-তীৰ্থ' উপাধিৰে বিভূষিত হয়। শেষত তেওঁ ঢাকাৰ পৰা স্মৃতিৰ আন এটা পৰীক্ষা দক্ষতাৰে পাছ কৰি অকল যে 'স্মৃতি বাচস্পতি' উপাধিয়েই

---

১ ইয়াক যুগুত কৰোঁতে পণ্ডিত নাৰায়ণ দেৱ মিশ্ৰ, পণ্ডিত মনোৰঞ্জন শাস্ত্ৰী, পণ্ডিত শ্ৰীকান্ত ভট্টাচাৰ্য্য আৰু ৺বুজৰ বৰুৱাৰ তিনিজন পুত্ৰৰ লগত আলোচনা কৰা হৈছে।

লৈ আহিল এনে নহয়, তেওঁ আনিলে সোণৰ পদকো। এই বিলাকেই বুজৰ বৰুৱাৰ ছাত্ৰ জীৱনৰ কৃতিত্ব। ইয়াৰ পাছত মথা সমস্ত বৰমুৰিকোনা গাৱঁৰ পণ্ডিত দুৰ্গানাথ শৰ্ম্মা নামৰ কন্যা চণ্ডীপ্ৰিয়া দেৱীক তেওঁ বিয়া কৰায় আৰু গাৰ্হস্থ্য ধৰ্ম্মত প্ৰবেশ কৰে।

বিভিন্ন শিক্ষানুষ্ঠানত অধ্যয়ন শেষ কৰি আহি মাকৰ নাম অনুসৰি "ব্ৰহ্মময়ী চতুষ্পাঠী" নাম দি নিজৰ ঘৰতে ১৯০৭ খৃঃত সংস্কৃত টোল স্থাপন কৰে আৰু আৰ্থিক লাভলৈ মুঠেই আশা নকৰি তাত তেওঁ আজীৱন অধ্যাপনা কৰে। সময়ৰ হিচাবত অসমৰ ভিতৰত এইখন তৃতীয় টোল। পণ্ডিত মনোৰঞ্জন শাস্ত্ৰী, পণ্ডিত জীৱেশ্বৰ গোস্বামী আদিক তেওঁৰ কৃতী ছাত্ৰ হিচাপে আঙুলিয়াব পাৰি। স্মৃতি-বাচস্পতি উপাধি লাভ কৰাৰ পাছতে এটা অৰ্থত বুজৰ বৰুৱাৰ ছাত্ৰ জীৱনৰ ওৰ পৰিছিল যদিও আন এটা অৰ্থত তেওঁ আমৰণ ছাত্ৰ হৈয়েই আছিল। অসমত স্মৃতি শাস্ত্ৰৰ অদ্বিতীয় পণ্ডিত হিচাপে সোণ-কপৰ আসনত বহিয়েই যে তেওঁ সন্তুষ্ট আছিল, এনে নহয়—ব্যাকৰণ, কাব্য, দৰ্শন আৰু আন আন শাস্ত্ৰৰ বেলিকাও তেওঁ চাবি কাঠি বহিব লগা নাছিল। ই তেওঁৰ জীৱন জোৰা সাধনাৰ ফল।

বাগ্মিতা আৰু লিখা শক্তি,—এই দুয়োটা গুণ কম মানুহৰেই থাকে। কিন্তু আধুনিক শিক্ষানুষ্ঠানৰ গোন্ধ নোপোৱা বুজৰ বৰুৱা এই দুয়োটা গুণৰেই অধিকাৰী। ডেকা কালৰে পৰা বিভিন্ন সময়ত অসমৰ বিভিন্ন ঠাইত আৰু বঙ্গদেশৰো দুই এঠাইত পণ্ডিত সমাজত পাণ্ডিত্যপূৰ্ণ বক্তৃতা দি তেওঁ যশস্যা আৰ্জ্জি গৈছে। বহুত ডাঙৰ ডাঙৰ তৰ্ক-সভাতো বিপক্ষ পণ্ডিতক তৰ্কত পৰাস্ত কৰি তেওঁ নিজৰ পাণ্ডিত্য আৰু সুন্দৰ বাক্-ভঙ্গিমাৰ নিদৰ্শন পেলাই থৈ গৈছে। আনকি অসম সংস্কৃত ব'ৰ্ডৰ সমাবৰ্ত্তন উৎসৱত অনুষ্ঠিত হোৱা তৰ্ক-সভাত তেওঁ পাণ্ডিত্য আৰু বাগ্মিতাৰ পৰিচয় দি দুবাৰো পুৰস্কাৰ লাভ কৰিছে। লিখক হিচাপেও তেওঁ বহুত কেইখন কিতাপ লিখি থৈ গৈছে। আচাৰ-বিজ্ঞান, বিধবা-বিবাহ, দায় কৌমুদী-টীকা, লঘু ৰত্নমালা ব্যাকৰণ, হিন্দু কৃষ্টিৰ চম্ আভাস, বৈষ্ণৱ ধৰ্ম্ম, অশৌচ, স্তৱমালা, অৱতাৰবাদ, বলিদান, প্ৰায়শ্চিত্ত-বিধান আৰু হৰিনাম কীৰ্ত্তন-ব্যৱস্থা,—এই কেইখনেই পণ্ডিত বুজৰ বৰুৱাই লিখি থৈ যোৱা গ্ৰন্থ ১। এইবিলাকৰ ভিতৰত প্ৰথম দুখনৰ বাহিৰে বাকী কেইখন আৰ্থিক অনাটনৰ কাৰণে তেওঁ ছপা কৰিব নোৱাৰিলে।

ৰাতিপুৱাৰ পৰা শুলৈকে হিন্দুৱে পালন কৰিবলগীয়া যিবিলাক শাস্ত্ৰীয় আচাৰ-নীতি আছে, "আচাৰ-বিজ্ঞান"ত সেইবিলাকৰ বৈজ্ঞানিক কথা সুন্দৰ আৰু সৰল ভাষাত দেখুৱাইছে। "বিধবা-বিবাহ' নামৰ সৰু পুথিখনত হিন্দু শাস্ত্ৰ অনুসৰি বিধবা-বিবাহৰ সমস্যা ব্যাখ্যা কৰা হৈছে। "দায়-কৌমুদী টীকা"ত তেওঁ "দায় কৌমুদী"ৰ সৰল টীকা কৰিছে। বুজৰবৰুৱাৰ ই এখন উল্লেখযোগ্য গ্ৰন্থ। "লঘু-ৰত্নমালা ব্যাকৰণ"খন বোধহয় বুজৰবৰুৱাৰ সৰ্ব্বশ্ৰেষ্ঠ গ্ৰন্থ। সংস্কৃত ৰত্নমালা ব্যাকৰণৰ সূত্ৰ আৰু উদাহৰণবিলাক লৈ সৰল অসমীয়া ভাষাত

২ ইয়াৰ ভিতৰত বৈষ্ণৱ-ধৰ্ম্ম, অৱতাৰবাদ, অশৌচ আৰু হৰিনাম কীৰ্ত্তন ব্যৱস্থা-এই কেইখন গ্ৰন্থ আমাৰ হাতত পৰা নাই। কিন্তু ১৯৫৩ চনৰ ২৩ এপ্ৰিলত ভাৰত চৰকাৰৰ শিক্ষা মন্ত্ৰীৰ ওচৰত পণ্ডিত বুজৰবৰুৱাই দিয়া প্ৰতিবেদনত উক্ত গ্ৰন্থ কেইখনৰ নামো আছে। খুব সম্ভৱ, কিবা কাৰণত আন পণ্ডিতৰ হাতত পৰি তেওঁলোকৰ লগত এইবিলাক থাকিব পাৰে।

তেওঁ এই গ্ৰন্থ লিখিছে। ই বুজৰবৰুৱাৰ জীৱন জোৰা অধ্যয়ন আৰু অধ্যাপনাৰ ফল। এই গ্ৰন্থ তেওঁ ছয়টা ডাঙৰ পকা বহীত সমাপ্ত কৰিছে। ৰত্নমালা-ব্যাকৰণৰ অসমীয়াত ব্যাখ্যা অনুবাদ নাই। সেয়েহে পাতনিতে তেওঁ ইয়াৰ উদ্দেশ্য লিখি থৈ গৈছে—"উক্ত অসুবিধা দূৰ কৰিবৰ কাৰণে প্ৰথম প্ৰবেশাধিকাৰী ছাত্ৰসকলৰ কম সময়তে সচৰাচৰ ব্যৱহৃত সংস্কৃত ভাষাত প্ৰবেশ কৰিবৰ অৰ্থে "প্ৰয়োগ ৰত্নমালা" ব্যাকৰণৰ সূত্ৰ আৰু উদাহৰণকে অৱলম্বন কৰি এখনি "লঘু ৰত্নমালা" নামে ব্যাকৰণ সংগ্ৰহ কৰা হ'ল।" "হিন্দু ধৰ্ম্মৰ চমু আভাস"ত বিভিন্ন সংস্কৃত গ্ৰন্থৰ পৰা হিন্দু কৃষ্টিৰ আভাস দিছে আৰু "বৈষ্ণৱ ধৰ্ম্মত" দামোদৰী আৰু শঙ্কৰদেৱী—অসমীয়া বৈষ্ণৱ ধৰ্ম্মৰ এই দুটা শাখাৰ মাজত আলোচনা দেখুৱাইছে। 'অশৌচ'ত অশৌচৰ ব্যৱস্থা, "অৱতাৰবাদ"ত ভগবানৰ অৱতাৰৰ কথা, আৰু "বলিদান"ত দেব-দেৱীৰ আগত পশু-বলি ব্যৱস্থাৰ কথা আছে। "স্তৱমালা"ত আছে বিভিন্ন দেৱতাৰ স্তুতি। প্ৰায়শ্চিত্ত কি আৰু সমাজত ইয়াৰ মূল্য কি?—"প্ৰায়শ্চিত্ত-বিধান"ত ইয়াৰ আলোচনা আছে। "হৰিনাম-কীৰ্ত্তন ব্যৱস্থা"ত হৰিনামৰ উদ্দেশ্য আৰু ইয়াৰ তত্ত্ব-কথাৰ আলোচনা আছে। "দায়-কৌমুদী টীকা"ত বাহিৰে এই সকলোবিলাক কিতাপ অসমীয়াত লিখা।

বুজৰ বৰুৱাক এই গ্ৰন্থ কেইখনৰ মাজতেই আবদ্ধ ৰাখিলে লিখক হিচাপে তেওঁৰ প্ৰতি সমীচীন বিচাৰ কৰা নহব। অসমৰ বিভিন্ন ঠাইত, বিভিন্ন সময়ত, বিভিন্ন ৰুচিৰ সভা-সমিতিত, সভাপতিৰ আসনৰ পৰাই হওক বা সভ্য হিচাপেই হওক, তেওঁ যিবিলাক অভিভাষণ বা ৰচনা পাঠ কৰিছিল, সেই বিলাকৰ মূল্যাঙ্কনো ইয়াত আৱশ্যক। এই অভিভাষণ আৰু ৰচনা বিলাকৰ কিছুমান সংস্কৃতত, কিছুমান অসমীয়াত আৰু কিছুমান বঙালী ভাষাত লিখা ৩। কেইবাখনো বঙালী ভাষাত লিখা প্ৰবন্ধ পাঠ কৰি বুজৰ বৰুৱাই যশস্যা অৰ্জ্জিছে। উদাহৰণ স্বৰূপে, উত্তৰ বঙ্গ সাহিত্য সন্মিলনৰ কামাখ্যা ধামত বহা অধিবেশনৰ কথা উল্লেখ কৰিব পাৰি।

সমাজ-সংস্কাৰ বুজৰ বৰুৱাৰ জীৱনৰ এটা ডাঙৰ কৃতিত্ব। ১৯২০ চন মানলৈকে উত্তৰ কামৰূপত কন্যা পণ প্ৰথা বৰ বলৱৎ আছিল। একোজনী ছোৱালীৰ গাত মাক বাপেকে দুই তিনি হাজাৰ পৰ্য্যন্ত টকা খাইছিল। ফলত দুখীয়া মানুহে বিয়া কৰাবলৈ টান পাইছিল, আনকি টকা দিব নোৱাৰি আজীৱন বৰলা হৈ থাকি মৰি যোৱা মানুহৰ দৃষ্টান্তৰ কথাও আমি শুনিছোঁ। এটা শিক্ষিত দল হাতত লৈ ১৯১০।১১ চন মানৰ পৰা সমাজৰ এই কুসংস্কাৰৰ বিৰুদ্ধে বুজৰ বৰুৱাই এটা বিৰাট অভিযান চলায়। এই সমাজ-বিৰোধী নেতা বুজৰ বৰুৱাই অনুগামী সকলৰ সৈতে উত্তৰ কামৰূপৰ বিভিন্ন ঠাইত সভা সমিতি পাতি সেই কু-প্ৰথা এৰিবলৈ মানুহক বুজায়। আনকি এই বিদ্ৰোহী নেতাই বহুতো বিবাহ-মণ্ডপত সসৈন্যে আচম্বিতে মাজনিশা প্ৰৱেশ কৰি ডাঙৰ হৈ চৈৰ সৃষ্টি কৰিছিল, আৰু আয়তী সকলৰ গীত, পুৰোহিতৰ মন্ত্ৰ আৰু ঢুলীয়া কালীয়াৰ বাজনা বন্ধ কৰি নিজৰ পাণ্ডিত্য-পূৰ্ণ, যুক্তি-পূৰ্ণ আৰু সংস্কাৰ ধৰ্ম্মী বক্তৃতা ভাগত জাহিৰ কৰিবলৈ বাধ্য হৈছিল। কেইবা বছৰো জোৰা এনেকুৱা

৩ এনে ধৰণৰ বহুতবিলাক অভিভাষণ আৰু ৰচনা আমাৰ হাতত আছে। কোন সময়ত, ক'ৰ কি সন্মিলনত সেইবিলাক পঠিত হৈছিল—এই কথা প্ৰবন্ধ বিলাকত লিখা আছে।

অক্লান্ত চেষ্টাৰ ফলত এই ডেকা বিদ্ৰোহী নেতা জয়ী হ'ল, কন্যা-পণ সমাজৰ পৰা লোপ পালে। সমাজৰ প্ৰতি বুজৰবৰুৱাৰ ডেকা কালৰ এইটো আটাইতকৈ ডাঙৰ অৱদান। উত্তৰ-কামৰূপৰ হিন্দু সমাজে, বিশেষকৈ এই কাৰণত তেওঁক কোনো দিনে পাহৰিব নোৱাৰে। ইয়াৰ উপৰিও আজীৱন ধৰি বিভিন্ন ঠাইৰ বিভিন্ন সভা-সমিতিত আৰু শিক্ষানুষ্ঠানবিলাকত যিবিলাক বক্তৃতা দিছিল বা প্ৰবন্ধ পাঠ কৰিছিল, সেইবিলাকেও হিন্দু সমাজক গঢ় দিয়াত যথেষ্ট সহায়তা কৰিছিল, ছাত্ৰৰ জীৱন-সংগঠনৰ বাট মোকলাই দিছিল।

জীৱনৰ বিয়লি বেলাত বুজৰ বৰুৱাই সমাজ সংস্কাৰৰ আন এটা ডাঙৰ কামত হাত দিয়ে। দূৰদৰ্শী আৰু উদাৰ মনোবৃত্তিৰ বুজৰবৰুৱাই দেখিলে—উচ্চ বৰ্ণৰ হিন্দু ( ব্ৰাহ্মণ, কায়স্থবিলাকৰ ) জীৱন-নিৰ্ব্বাহৰ উপায় বৰ্ত্তমান যুগত দিনে দিনে কঠিন হৈ আহিব ধৰিছে। গতিকে তেওঁলোকৰ ভিতৰত জীৱিকাৰ আন উপায় নথকা বিলাকে অন্ততঃ হাল বাই কৃষি কৰ্ম্ম কৰি স্বাৱলম্বী হোৱা উচিত। ইয়াৰ দ্বাৰা হিন্দু শাস্ত্ৰকো অৱমাননা কৰা নহয়। ইয়াৰ উপৰি বহুদৰ্শী আৰু দূৰদৰ্শী বুজৰবৰুৱাই বুজিছিল—সমাজৰ প্ৰয়োজন অনুসৰি অতীতৰ পৰা শাস্ত্ৰৰ নিয়ম-কানুন বিজ্ঞলোকৰ হাতত ফুৰণিত পৰিৱৰ্ত্তিত আৰু পৰিৱৰ্দ্ধিত হৈ আহিছে। আজিৰ যুগত সেইটো কিয় নহব ? সেয়েহে তেওঁ বহুত সংস্কৃত পণ্ডিতক লগত লৈ উত্তৰ কামৰূপত এই অভিযান চলায় অন্ততঃ। উপায় নথকা উচ্চ বৰ্ণৰ হিন্দুৱে আভিজাত্যৰ ভেমত গঙাটোপ হৈ ফুলি নাথাকি ওপৰত কোৱা ধৰণে স্বাৱলম্বী হব লাগে। প্ৰায় জীৱনৰ অন্তিম সময়লৈকে তেওঁ এই অভিযানত লিপ্ত আছিল।

অসমৰ প্ৰথম স্মৃতি-তীৰ্থ শিৱনাথ বুজৰ বৰুৱা অন্ততঃ অসমৰ ভিতৰত স্মৃতি শাস্ত্ৰৰ অদ্বিতীয় পণ্ডিত, ইয়াত প্ৰশ্ন নুঠে ; কিন্তু তেওঁৰ গ্ৰন্থসমূহ, অধ্যাপনা, সভা সমিতিত দিয়া ভাষণ, অভিভাষণ আদিয়ে ৰিঙিয়ায় যে তেওঁৰ বেদ, উপনিষদ্, ব্যাকৰণ, কাব্য, দৰ্শন, পুৰাণ আদি বিভিন্ন শাস্ত্ৰতো যথেষ্ট জ্ঞান আছিল। তেওঁৰ পাণ্ডিত্য সম্বন্ধে কটন কলেজৰ সংস্কৃত সাহিত্যৰ ভূত-পূৰ্ব্ব মুখ্য অধ্যাপক লক্ষ্মীনাৰায়ণ চেটাৰ্জ্জীয়ে মত প্ৰকাশ কৰিছে—"He ( Sibnath B. Baruah ) is an eminent scholar in the special branch of Sanskrit literature, smriti being the first man of Assam valley to secure that title smrititirtha of Calcutta sans. Association. I have had occasions to discuss with him intricate problems of smriti and had always found him quite competent to deal with the various aspects of the questions discussed.........I consider him to be an expert in his subject " ৪ শিৱনাথ বুজৰ বৰুৱাই বিভিন্ন স্মৃতি শাস্ত্ৰৰ গবেষণামূলক কামত আত্ম নিয়োগ কৰিছিল। আন কিছুমান সংস্কৃত পণ্ডিতৰ নিচিনা তেওঁ নিজে জানিয়েই সন্তুষ্ট হৈ থকা নাছিল, বিভিন্ন শাস্ত্ৰৰ নিগূঢ় তত্ত্ববিলাক জন-সাধাৰণক জনোৱাতোও তেওঁৰ জীৱনৰ ব্ৰত আছিল। ওপৰোক্ত বিশিষ্ট পণ্ডিত লক্ষ্মী-নাৰায়ণ চেটাৰ্জ্জীয়ে এই বিষয়েও মত দিছে—"of late he ( Sibanath B. Baruah ) has engaged himself in special study of the indigenous Smriti works of the valley and

৪ প্ৰশংসা পত্ৰ ( ২৯।৩।৪০ )

in the promulgation of their ideas. Assam valley has distinctive religious works of its own which mostly still exist in manuscripts and he has eugaged himself in searching them out, studying them himself and teaching them to others."[৫] আন আন লিখনিৰ উপৰিও বুজৰ বৰুৱাই সংস্কৃতত যিবিলাক শ্লোক আৰু কবিতা লিখিছে, সেইবিলাকে তেওঁৰ অদ্ভুত পাণ্ডিত্য আৰু ছন্দ জ্ঞানৰ পৰিচয় দিয়ে। উদাহৰণ স্বৰূপে, "যন্মধ্যে ব্ৰহ্মপুত্ৰঃ প্ৰবহতি সততং সদ্‌তীৰ্থ স্বৰূপঃ"ৰে আৰম্ভ হোৱা জাতীয় স্তবটোকে মাত্ৰ অঙুলিয়ালোঁ৬ এই স্তবটোক প্ৰসংসা কৰি বহুতো পণ্ডিতে বুজৰ বৰুৱালৈ চিঠি দিছিল। বুজৰ বৰুৱাৰ পৰলোকৰ সময়ত অসমীয়া বাতৰি কাকতেও যথাৰ্থ ভাবেই মত প্ৰকাশ কৰিছে—"ছন্দজ্ঞান, শাস্ত্ৰজ্ঞান, স্মৃতি আৰু কৰ্ম্ম-শাক্ত, ধৰ্ম্ম-নিষ্ঠা আৰু সৰল জীৱন যাপনৰ বাবে তেওঁক বাইজে স্মৰণ কৰিব।" পাণ্ডিত্যৰ ফলত 'বিশ্বনাথ' নামৰ এটা বৃত্তি তেওঁ বঙ্গদেশৰ পৰা লাভ কৰিছিল আৰু তাক তেওঁ মৰণ কাললৈকে ভোগ কৰিছে।

১৯৪২ চনত নগাওঁত বহা আসাম সংস্কৃত পৰিষদৰ চতুৰ্থ বাৰ্ষিক অধিবেশন আৰু ১৯৪৯ চনত শিৱসাগৰত বহা আসাম সংস্কৃত সমিতিৰ পঞ্চদশ অধিবেশন শিৱনাথ বুজৰ বৰুৱাই এই দুখন বিখ্যাত অধিবেশনৰ সভাপতিৰ আসনত বহে। ইয়াৰ উপৰিও সুদীৰ্ঘ জীৱন কালত ক'ৰ কিমান সভা-সমিতিত যে সভাপতিত্ব কৰিছিল, বক্তৃতা দিছিল, তাৰ উল্লেখ এই ক্ষুদ্ৰ প্ৰবন্ধত কৰা দূৰৰ কথা, লেখ ৰখাই টান। হিন্দু সমাজৰ শৃঙ্খলা ৰক্ষা আৰু ভবিষ্যত উন্নতি বিশেষকৈ এইবিলাক কথাকে তেওঁ ভাষণ অভি-ভাষণৰ জৰীয়তে ব্যক্ত কৰিছিল। ছাত্ৰ সমাজক তেওঁ বৰ ভাল পাইছিল; বোধহয় সেয়েহে নেকি, শিক্ষানুষ্ঠান আৰু ছাত্ৰানুষ্ঠানৰ আহ্বান পৰা পক্ষত তেওঁ অৱজ্ঞা কৰা নাছিল।

সংস্কৃত গ্ৰন্থৰাজি লুটিয়াই পুতিয়াই ধুনা ধুনি কৰি শিৱনাথ বুজৰ বৰুৱা সকল যে পণ্ডিত হৈয়েই ক্ষান্ত আছিল এনে নহয়, তেওঁ গায়ক আৰু সুৰ সাধকো আছিল। বুঢ়া কালতো সময় বিশেষে সঙ্গীতত মনোনিবেশ কৰা তেওঁক দেখা গৈছিল।

প্ৰাচীন সংস্কৃত পণ্ডিত হৈয়ো আন কিছুমান সংস্কৃত পণ্ডিতৰ নিচিনা বুজৰ বৰুৱা ৰক্ষণশীল দৃষ্টি-ভঙ্গীকে (Consurvtive out look) আকোৰ গজালি ভাবে খামোচ মাৰি ধৰি থকা বিধৰ মানুহ নাছিল। তেওঁ বহু ক্ষেত্ৰত উদাৰো (liberal) আছিল। ডেকা কালৰ কথাকেই নকও, আনকি জীৱনৰ বিয়লি বেলাত তেওঁ উচ্চ বৰ্ণৰ হিন্দুৰ কাৰণে হল কমল সমৰ্থন কৰা কাৰ্যাই ইয়াৰ এটা শ্ৰেষ্ঠ প্ৰমাণ। ওপৰত উল্লেখ কৰা অহা পণ্ডিত লক্ষ্মী নাৰায়ণ চেটাৰ্জ্জীয়েও এই বিষয়ে কৈ গৈছে—"Pandit Sibanath is a man of broad out look"।৭ মানুহক ভাল পোৱা আৰু মানুহক আকৃষ্ট কৰিব পৰা বুজৰ বৰুৱাৰ এটা ডাঙৰ গুণ। সমবয়সীয়া বা পণ্ডিত শ্ৰেণীৰ মানুহৰ কথাকেই নকও, আনকি অশিক্ষিত নাইবা কোমল বয়সীয়া লৰা এটাক পালেও তেওঁ যিদৰে তাৰ লগত সহানুভূতিৰে অন্তৰ খুলি কথা কবলৈ

৫ প্ৰশংসা পত্ৰ ( ২৭।৩।৪০ ইং )

৬ অসম সংস্কৃত সমিতিৰ শিৱসাগৰত বহা পঞ্চদশ অধিবেশনৰ সভাপতিৰ অভিভাষণ ( ১৯৪৯ ইং চন )

প্ৰশংসা পত্ৰ ( ২৯।৩,৫০ ইং )

আৰম্ভ কৰিব, যিদৰে উপদেশ দিব, তাক দেখিলে সচাঁকৈয়ে বিস্ময় মানিব লাগে। চিনা জনাৰতো কথাই নুঠে, একেবাৰে নচিনা নজনা মানুহ এজনো তেওঁৰ আগত পৰিলে বুজৰ বৰুৱাৰ যুক্তিপূৰ্ণ মিঠা কথাৰ দ্বাৰা তেওঁ তেওঁৰ আপোন হৈ পৰে।

বুজৰ বৰুৱাৰ দানশীলতা গুণো উল্লেখযোগ্য। আৰ্থিক অৱস্থা বৰ সচ্ছল নথকা স্বত্বেও জীৱন কালত বহুতো দুখীয়া ছাত্ৰক নিজৰ ঘৰতে ভৰণ-পোষণ দি তেওঁ শিক্ষা দান দিছিল। তেওঁৰ অন্ন-বস্ত্ৰ আৰু শিক্ষাৰ সমল বিলাই দি তেওঁৰ বহুতো ছাত্ৰক ভৱিষ্যত জীৱনৰ ভেটি গঢ়াত সহায় কৰিছে আৰু বহুতক পণ্ডিত হবলৈ বাট মুকলি কৰি দিছে। ঘৰত কৰা জোগাৰ থাকক নাথাকক, তেওঁ বাহিৰৰ পৰা খবৰ পঠায়—আজি দহজন অতিথিয়ে আমাৰ ঘৰত ভাত খাব। —এয়ে বুজৰ বৰুৱাৰ স্বভাৱ।

বুজৰ বৰুৱাৰ জীৱন চৰিতত মৰা ভূমুকিত তেওঁৰ সমাজ সেৱাৰো জিলিঙনি এটা দেখা পোৱা যায়। তেওঁ গোটেই অসমকে সেৱা কৰিছে পাণ্ডিত্যৰ দ্বাৰা, তাৰ উপৰিও নিজৰ অঞ্চলক সেৱা কৰিছে গঠনমূলক কামৰ দ্বাৰা। শিক্ষানুষ্ঠান, সামাজিক অনুষ্ঠান আৰু ৰাস্তা-ঘাট আদিৰ নিৰ্ম্মাণ কাৰ্য্যত বুজৰ বৰুৱাৰ চেষ্টা অঞ্চলবাসীয়ে পাহৰিব নোৱাৰে।

ধৰ্ম্মপ্ৰাণ ব্ৰাহ্মণ বুজৰ বৰুৱা, ঈশ্বৰত অটল বিশ্বাস তেওঁৰ। ত্ৰিসন্ধ্যা আৰু পূজা-পাতালৰ ব্যতিক্ৰম জীৱনৰ কোনো দিনেই হোৱা নাই। আধ্যাত্মিক নিয়ম নীতিৰ মাজেদিয়েই তেওঁ গোটেই জীৱন কটালে। কিন্তু আধুনিক আদৰ্শ ভাবক তেওঁ ঘৃণা নকৰে। আধুনিক ডেকা এজনৰ লগত হাৰভৰ দি নব্য ভাবত তেওঁক সোধ পোচ কৰা দেখিলে বুজৰ বৰুৱাৰ মনৰ প্ৰশস্ততাক আচৰিত নহৈ নোৱাৰি।

ইমানবোৰ গুণৰ অধিকাৰী পণ্ডিত বুজৰ বৰুৱা আজি আমাৰ মাজত নাই। ইং ১৯৫৬ চনৰ ২৫ শাওণ, বুধবাৰ। শুক্ল পক্ষৰ দ্বিতীয়া তিথি দিনা। হঠাতে কালে তেওঁক সাবটিলে। বিগত আত্মা স্বৰ্গত হওঁক—এয়ে আমাৰ পৰম ভৰষা।

———

# শান্তি, সমতা আৰু অহিংসাৰ প্ৰতীক "গোমাতা"



১। গৰুৰ কুৰ্বানী কৰা ইচলাম ধৰ্ম্মৰ নিয়ম নহয়। ( ফতবে হুমায়ুনী ভাগ ১ পৃঃ ৩৬০ )

২। তোমাৰ নিজৰ মনৰ পৰা ধাৰ্ম্মিক পক্ষপাতিতা আঁতৰাই দিব লাগে। প্ৰত্যেক ধৰ্ম্মৰ নিয়ম অনুসাৰে সকলোৰে লগত ন্যায় ব্যৱহাৰ কৰিবা আৰু বিশেষকৈ গোহত্যাৰ পৰা আঁতৰত থাকিবা। ( বাবৰৰ নিজৰ পুত্ৰ হুমায়ুনৰ নামৰ এখন পত্ৰৰ পৰা—জমাদি উল-অওতল ৯৩০ হিজৰী )

৩। হিন্দুস্থানত হিন্দুৰ লগত থাকি গোহত্যা কৰাটো হিন্দুৰ হত্যা কৰাৰ সমান হয়। ( মহাত্মা গান্ধী )

৪। হিন্দুস্থানত গোহত্যা বন্ধ নহলে দেশত বিদ্ৰোহৰ জুই জ্বলি উঠিব। ( আচাৰ্য্য বিনোবা ভাৱে )

৫। যেতিয়ালৈকে ভাৰতবৰ্ষত গাই, তুলসী, আৰু গঙ্গানদীৰ অস্তিত্ব থাকিব তেতিয়ালৈকে হিন্দু ধৰ্ম্মক … কৰাটো অসম্ভৱ। (এজন পাদ্ৰী)

গোমাতাই সকলোকে সমান দৃষ্টিৰে চায় আৰু একে ৰকমে ব্যৱহাৰ কৰে। সি যি ধৰ্ম্ম বা সম্প্ৰদায়ৰে … নহওঁক কিয় "গোমাতাই" কাকো হিংসা নকৰে। গোহত্যাকাৰীকো ই মিঠা গাখীৰ দিয়ে। গাইয়ে আমাক শান্তিৰ সন্দেশ দিয়ে। তাই অহিংসাৰ প্ৰতীক আৰু আমাক সমতাৰ শিক্ষা দিয়ে।

মানৱতাৰ দাবী যে—অহিংসা শান্তি আৰু সমতাৰ ঘোষণা কৰি চিঞৰা ব্যক্তিসকলে প্ৰথমে অহিংসা, শান্তি আৰু সমতাৰ প্ৰতীক গোহত্যা বন্ধ কৰাব। গোমাতা দেশৰ ধন আৰু গোহত্যা এটা কলঙ্ক।

---

## গোহত্যাৰ বিৰুদ্ধে বিৰাট ৰাজহুৱা সভা

অলপতে পানেৰী চাহ বাগিচাত শ্ৰীকপিল দেৱ শৰ্ম্মাৰ সভাপতিত্বত এখন ৰাজহুৱা সভা হয়। সভাত মন্ত্ৰী শ্ৰীসুখদেৱ ঠাকুৰে তেওঁৰ ভাষণত কয় যে, অসম চৰকাৰে গোহত্যা নিষেধৰ আইন জাৰি কৰিও এই আইন উপেক্ষা কৰি গোহত্যা চলাই আছে। বিশেষকৈ পানেৰী বাগানত চৰকাৰী কৰ্ম্মচাৰীসকলে এই আইন উপেক্ষা কৰে। অসম গোহত্যা নিৰোধ সমিতিৰ সংগঠন মন্ত্ৰী শ্ৰীভাস্কৰ শৰ্ম্মাই কয় যে, সকলোৱে একেলগ হৈ সংগঠনৰ বলেৰে আন্দোলন চলাব লাগিব—তেহে চৰকাৰৰ চকু মুকলি হব আৰু তেখেতে যুৱক সকলৈ অনুৰোধ জনায়।

## গোহত্যা নিৰোধ সমিতিৰ নিৰ্ব্বাচন

কেইদিনমান আগতে মাজবাটৰ স্থানীয় বাপুজী ভৱনত এখন সভা হয়। সভাত শ্ৰীগণপত ৰায় পাটোৱাৰীয়ে যোৱা বছৰৰ সমিতিৰ আয়-ব্যয়ৰ হিচাব প্ৰস্তুত কৰে। তাৰ পাছত অসম গোহত্যা নিৰোধ সমিতিৰ সংগঠন মন্ত্ৰীয়ে অসমত অবৈধানিক হিচাবে হোৱা গোহত্যাৰ বিৱৰণ দেখুৱায়। আৰু ইয়াৰ বাবে তীব্ৰ গতিৰে আন্দোলন চলাবলৈ ৰাইজলৈ আহ্বান জনায়। ইয়াৰ পাছত নতুন বছৰৰ কাৰণে নতুন কমিটী নিৰ্ব্বাচিত হয়। সভাপতি—লালাধৰ বৰুৱা। মন্ত্ৰী গণপতলাল পটৱাৰী। তাৰ উপৰিও ১১ জন মেম্বাৰেৰে সভা গঠিত কৰি সভাপতিৰ আদেশ অনুসাৰে সভা ভঙ্গ হয়।

## অসম গোহত্যা নিৰোধ সমিতিলৈ আৰ্থিক —সাহায্য—

অসম গোহত্যা নিৰোধ সমিতিৰ সংগঠন মন্ত্ৰীয়ে এই আন্দোলনৰ খৰচৰ কাৰণে ২৩১৲ চাৰিশ (একত্ৰিশ) টকা তলত দিয়া গাওঁবোৰৰ পৰা চান্দা হিচাবে সংগ্ৰহ কৰে। ১৬৩৲ টকা—টংলা, ১১৮৲ টকা—মাজবাট, ১০১৲ টকা—টিঙ্গু, ৩১৲ টকা—কলাইগাওঁ, ১৩৲ টকা—পানেৰী, ৫৲ টকা—চৰাইমাৰী—।

## শিঙৰীত গোৰক্ষা সন্মিলন—

তাং ২৭ জুনত শ্ৰীবিষ্ণুপ্ৰসাদ উপধ্যায়ৰ সভাপতিত্বত শিঙৰীত এখন বিৰাট সভা অনুষ্ঠিত হয়।

সভাত তোয়ানাথ উপাধ্যায়, দুৰ্গাপ্ৰসাদ, টঙ্কনাথ, লক্ষীপ্ৰসাদ আদিয়ে বক্তৃতা দিয়াৰ পাছত সংগঠন মন্ত্ৰী শ্ৰীভাস্কৰ শৰ্ম্মাই বক্তৃতা দিয়ে। সভাত নিম্ন লিখিত প্ৰস্তাৱ পাচ কৰি অবিলম্বে গো-হত্যা বন্ধৰ কাৰণে চৰকাৰলৈ দাবী জনায়।

প্ৰস্তাৱ ১ম—আজিৰ এই সভাই অসম চৰকাৰলৈ অনুৰোধ কৰে যে, সম্পূৰ্ণৰূপে গো-হত্যা আইনৰ দ্বাৰা বন্ধ কৰিব।

প্ৰস্তাৱ ২য়—শিঙৰী অঞ্চলত থকা প্ৰায় ১হেজাৰ বিঘা মাটিৰ সংৰক্ষণ কৰি গো-জাতিৰ উন্নতিৰ কল্পে এই মাটি চৰকাৰে খেতিৰ কামত প্ৰয়োগ কৰিবলৈ নিদিব বুলি আজিৰ এই সভাই অসম চৰকাৰলৈঅনুৰোধ জনায়।

প্ৰস্তাৱ ৩য়—শিঙৰীৰ পৰা গোবংশ বজাৰলৈ যোৰাটো বন্ধ কৰাবলৈ কুৰেল পঞ্চায়তলৈ আজিৰ সভাই অনুৰোধ জনায় আৰু গোবংশ ৰক্ষাৰ কাৰণে শিঙৰীৰ পৰা ব্ৰহ্মপুত্ৰ পাৰ হৈ যোৱা বন্ধ কৰিবলৈ অনুৰোধ জনায়।

প্ৰস্তাৱ ৪ৰ্থ—আজিৰ এই সভাই মহিকান্ত দাস এম, এল, এক অহা অসম বিধান সভাত সম্পূৰ্ণ ৰূপে গোহত্যা বন্ধৰ বিল উপস্থিত কৰাবলৈ অনুৰোধ জনায়।

—×—

# মায়াজাল

শ্ৰীলোকনাথ বৰা।

অনিত্য সংসাৰ ইয়ে অনিত্য জীৱন, বন্ধু!
মোহৰ মাজত আছা জীৱন কটাই,
দেহৰ ভোগত থাকি আপোন পাহৰি তুমি
কামনা-বাসনা লʼই আছাহে জীয়াই।
সমুখত মৃত্যু সোৱা মনত নপৰে দেখো
শাশ্বত জীৱন বুলি গণিছা সময়,
এৰিব লাগিব হেৰা এই পৃথিবীক তুমি
মৃত্যুয়ে গ্ৰাসিব কʼতো নাপাবা আশ্ৰয়।
অকলশৰীয়া হʼই মৃত্যুৰ পিচত তুমি
শূন্যৰ মাজতে ভ্ৰমি ফুৰিবা নিসঙ্গে,
এই পৃথিবীত হেৰা যদিওবা বন্ধু-বান্ধে
জ্ঞাতি-মিত্ৰ লʼই তুমি আছা বহুৰঙ্গে।

দেহৰ ভোগৰ কথা পাহৰি পেলোৱা হেৰা
স্মৰণ কৰা তুমি আত্মা বৰ্ত্তমান,
যহি যাব দেহা সজা আপোন নাথোন আত্মা
আত্মাক সৰ্ব্বদাই কৰা সোঁৱৰণ।
আত্মাৰ পিতৃক তুমি চিনিব পাৰিবা হেৰা
জ্ঞানে তব যিদিনাই লঙ্ঘিব আত্মাক,
কামনাৰ ক্ষয় হব বাসনা আঁতৰি যাব
আকোঁৱালি লবা মাত্ৰ স্বৰ্গীয় তৃপ্তিক।
মায়াজাল ভেদকৰি আপোন আত্মাৰ সতে
পৰম-পিতাক চিন্তি হলে আগুৱান,
কোনো এক জনমত শাশ্বত শান্তিৰ ধাম
পাবাগʼই জীৱনৰ হʼলে অৱসান।

———

# বিজয়া দশমী মহোৎসৱ

[ ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ সৰসংঘ চালক পৰম পূজনীয় গুৰুজী শ্ৰীমাধৱৰাৱ সদাশিৱ গোলৱলকৰৰ এটি ভাষণ ]

৭০ হাজাৰ বছৰৰ ইতিহাসত ধৰ্ম্ম-অধৰ্ম্ম, কৰ্ম্ম-অকৰ্ম্ম আৰু কৰ্ত্তব্য-অকৰ্ত্তব্যৰ দ্বন্দ আমাৰ মনত হৈ থকাৰ উদাহৰণ বহুতো পোৱা যায়। কোন সময়ত কি কৰা উচিত তাৰ নিৰ্ণয় আনকি আমাৰ নেতা সকলোৱেও কৰিবলৈ অসমৰ্থ। যেতিয়া মাহমুদে সোমনাথ মন্দিৰ আক্ৰমণ কৰিবলৈ সৈন্য-সামন্ত লৈ আগবাঢ়ে, তেতিয়া বহুতো ৰজা-মহাৰজাই তেওঁক বাধা দিবলৈ সমবেত হৈছিল। পিচত তেওঁক বাধা দিয়া হবনে নে নহয় এনে দোমোজাত পৰিল। কাৰণ ওপৰৰ পৰা তেওঁ মিত্ৰতা কৰিব বুলি চলাহী কথাৰে ভুৰা দি আছিল। ধৰ্ম্ম-অধৰ্ম্ম আৰু কৰ্ত্তব্য-অকৰ্ত্তব্যৰ দোমোজাৰ এই পৰিস্থিতি এতিয়া অনুভৱতকৈ বহুত পৰিমাণে টুটি আহিছিল। তদুপৰি আমাৰ লোকসকলৰ মনোবৃত্তিৰ স্থিৰতা হেৰাই গৈছিল আৰু তেওঁলোকৰ মনত ভ্ৰান্তিৰ উৎপত্তি হৈছিল।

"ৰামায়ণত" এটি বৰ সাৰুৱা কথা আছে। লঙ্কা যুদ্ধত লক্ষ্মণে ৰাৱণৰ পুত্ৰ মেঘনাদক বধ কৰি তেওঁৰ শিৰ শিবিৰলৈ লৈ আহি ৰাখিছিল। মেঘনাদৰ স্ত্ৰী সুলোচনাই পতিৰ সৈতে সতী যাব খুজিছিল। কিন্তু তেওঁৰ শিৰ নোপোৱা বাবে বৰ দুখীত হৈ আছিল। যেতিয়া তেওঁ বুজিলে যে তেওঁৰ গিৰিয়েকৰ মূৰ ৰামচন্দ্ৰৰ শিবিৰত আছে তেতিয়া তাক পাবৰ আশাৰে তেওঁ নিজে ৰামচন্দ্ৰৰ ওচৰলৈ গ'ল। এজনী সুন্দৰী তিৰোতা দূৰৰ পৰা লৰি অহা দেখি ৰামচন্দ্ৰৰ সৈন্যসকলে ভাবিলে যে যি সীতাক ৰাৱণে বনৰ পৰা হৰি নিছিল সেই সীতাই স্বয়ং ইয়ালৈ আহিব ধৰিছে। সৈন্য সকলে বৰ আনন্দ পালে। সকলোৱে ভাবিলে—সীতা দেৱী আহিল যেতিয়া আৰু যুদ্ধ কৰাৰ প্ৰয়োজন নাই। কিন্তু প্ৰভু ৰামচন্দ্ৰ অলপো উত্তেজিত ন'হল। তেওঁ অলৰ-অচৰ আৰু শান্ত ভাবে সৈন্য সকলৰ এই ভুল ভাঙি দিলে। তেওঁ কলে—"সীতা এতিয়া ৰাৱণৰ বন্দী গৃহত। যেতিয়ালৈকে ৰাৱণ দহোটা মূৰ আৰু ২০ খন হাতেৰে জীয়াই থাকিব—তেতিয়ালৈকে সীতা আহিবলৈ নোৱাৰিব। আমি ৰাৱণক বধ কৰি তাৰ বুকুত ভৰি দি লঙ্কালৈ গৈ সীতাক উদ্ধাৰ কৰিব লাগিব। ইয়াত বাহিৰে আন ভুল কামৰ দ্বাৰা নহয়।"

ৰামায়ণৰ এই সাৰকথা আমি বুদ্ধিৰে হৃদয়ঙ্গম কৰিব লাগিব। মই অধিক নকওঁ। দ্বিতীয় উদাহৰণ হৈছে ভাৰতীয় মহাযুদ্ধৰ। কুৰুক্ষেত্ৰৰ ৰণক্ষেত্ৰত কৌৰৱ-পাণ্ডৱৰ সৈন্য সকলৰ মাজলৈ অৰ্জ্জুনৰ ৰথ আহি পোৱাৰ লগে লগে তেওঁ হঠাতে বিপাণ্ডত পৰিল। আগত গুৰু, বন্ধু, পিতা-পুত্ৰ সকলো দণ্ডায়মান। অৰ্জ্জুন বীৰ আছিল—কাপুৰুষ নাছিল। যুদ্ধক্ষেত্ৰৰ পৰা পলাবৰ ইচ্ছা নকৰি অস্ত্ৰ ত্যাগ কৰি তেওঁ মৰিবলৈ উদ্যত হ'ল। তেওঁ স্পষ্টকৈ কলে—

যদি মামপ্ৰতিকাৰং অশস্ত্ৰং শস্ত্ৰপাণয়ঃ,
ধাৰ্ত্তৰাষ্ট্ৰা ৰণে হন্যুস্তন্মে ক্ষেমতৰং ভবেৎ।

আজিও দেশৰ পৰিস্থিতি একে ধৰণৰ। অৰ্জ্জুনৰ

দৰে ভাৰতীয় হিন্দু সমাজো কৰ্ম্ম-অকৰ্ম্ম, কৰ্ত্তব্যা-কৰ্ত্তব্যৰ মায়াজালত পৰিছে। দেশৰ সকলো ঠাইতে কিংকৰ্ত্তব্য বিমূঢ়তাৰ ভাব বিয়পি পৰিছে। কি কৰোঁ, কি নকৰোঁ, কাক ভাই বুলি সম্বোধন কৰোঁ, কাক নকৰোঁ, নে পশ্চিমীয়া সভ্যতাৰ সাগৰতে জাপ দি চিৰ শান্তি লাভ কৰোঁ, ইত্যাদি ভাবৰ মাজত পৰি এই লোকসকলে উৱাদিহ নোপোৱা হৈছে। অস্ত্ৰ তুলি নোলোৱাৰ, অপ্ৰতিকাৰৰ ভাষাহে সকলোতে প্ৰয়োগ হব ধৰিছে। কিন্তু অপ্ৰতিকাৰৰ দ্বাৰা জানো কাৰ্য্য সিদ্ধি হব ?

অৰ্জ্জুনতো বীৰ আছিল—কিন্তু মই কোনোদিন স্বীকাৰ কৰিব নোখোজোঁ যে অপ্ৰতিকাৰৰ বৰ্ত্তমান ভাষা বীৰত্বসূচক। ইয়াত মাত্ৰ কাপুৰুষতা আৰু আত্মপ্ৰবঞ্চনাহে আছে। আজি জানো এনে সংঘৰ্ষময় জীৱনত অপ্ৰতিকাৰৰ ভাবেৰেই দেশৰ কল্যাণ কৰিব পৰা হব ? সংঘৰ্ষ নিশ্চিত। এপাত তাল নাবাজে সঁচা— কিন্তু আন বাদ্যতো বাজিব। আপুনি প্ৰতিকাৰ নকৰিব পাৰে কিন্তু যি লোক আক্ৰমণ কামী সি তাৰ অসৎ কাৰ্য্য কৰিবলৈ নেৰে। কালীৰ মন্দিৰলৈ বলি দিবলৈ আগ-বঢ়োৱা ভেড়া-ছাগলী আদি অপ্ৰতিকাৰৰ আকাৰ মূৰ্ত্তি। সিহঁতে হত্যাকাৰীৰ চুৰিৰ আগত মূৰ দোৱায়। কিন্তু বলিদাতাই কেতিয়াও ভাবি নাচায় যে এই নিষ্পাপ, নিৰ্দ্দোষী জীৱক হত্যা কৰা অনুচিত। ইয়াৰ পৰিবৰ্ত্তে বাঘ হত্যা কৰি দেৱীৰ ভোগত লগাও এনে কল্পনা তাৰ মনত নেখেলায়। অৱশেষত দুৰ্ব্বল ছাগলী-পোৱালীক দেৱীলৈ আগ বঢ়ায়। মানুহেও এই বলিৰ মাংস পৰম আগ্ৰহেৰে খায়। এয়েই হ'ল অপ্ৰতিকাৰী মনোবৃত্তিৰ পৰিণতি। মই ভাবোঁ— যে আমি সদায় আগবাঢ়ি যাব লাগে আৰু আনকো কষ্ট দিব নালাগে ; আৰু লগতে আনৰ দ্বাৰা নিজৰো কষ্ট হব দিব নালাগে। নিজক পীড়া দিয়াও এটা অধৰ্ম্ম।

এই সকলো কথা চিন্তা কৰি সংঘই হিন্দু সকলৰ সাংস্কৃতিক পুনৰ্জাগৰণৰ কাৰ্য্য হাতত লৈছে। দুৰ্ব্বলতা, কাপুৰুষতা, অকৰ্মণ্যতা আৰু অজ্ঞতাৰ পৰা সমাজক মুক্ত কৰি সংগঠন আৰু বলোপাসনাৰ পথেৰে লৈ যাবলৈ সংঘই উপযুক্ত ব্যৱস্থা কৰিব ধৰিছে। হিন্দু সমাজে যেতিয়ালৈকে তেওঁলোকৰ মাজৰ ভেদভাব পাহৰি আন্তৰিক একত্ব-বোধ বুজিবলৈ সক্ষম নহব তেতিয়ালৈকে তেওঁলোকে আত্ম-বিশ্বাসো লাভ কৰিব নোৱাৰিব আৰু প্ৰাচীন গৌৰবো ঘূৰাই আনিব নোৱাৰিব। প্ৰথমতে আমি নিজে বলবান হৈ উঠিব লাগিব আৰু পিচতহে আন শক্তিশালী বিলাকৰ লগত মিত্ৰতা কৰাৰ আশা কৰিব পৰা হব। আমি গোটেই সংসাৰৰ লগতেই আলিঙ্গন কৰিবলৈ কুণ্ঠিত নহওঁ। আমাৰ হিন্দু সংস্কৃতি সমগ্ৰ বিশ্বৰ লগত মিত্ৰতা কৰাৰ আগতে শক্তিশালী কৰি গঢ়ি তুলিব লাগিব। আজি কালি আমি আমাৰ দুৰ্ব্বলতাৰ বোজা আনৰ ওপৰত জাপি দিবলৈ ওলোৱা যেনেই দেখা গৈছে। আমি এইটো কিয় কৰিম ? দুৰ্ব্বলৰ লগত মিত্ৰতা জানো কোনোবাই বিচাৰে ? আমাৰ বৰ্ত্তমান দীন-হীন অপমানিত পৰিস্থিতিৰ বাবে দুৰ্ব্বলতাহে দায়ী। গতিকে আমাৰ দুৰ্ব্বলতা দূৰ কৰি ধৰ্ম্ম-অধৰ্ম্ম, কৰ্ত্তব্য-অকৰ্ত্তব্য বুজি নিসংশয় হৈ যেন আগবাঢ়ি যাব পাৰোঁ— এয়েই সংঘৰ নীতি।

আমাক ভ্ৰমৰ মাজত পেলাবলৈ আনে আমাৰ

আগত ধৰ্ম্ম-অধৰ্ম্ম, নীতি-অনীতি আদিৰ উপদেশ ডাঙি ধৰে। যিয়ে নিজে অধৰ্ম্মী আৰু অনীতিত চলে তেওঁলোকে আমাক উপদেশ দিবৰ কোনো অধিকাৰ নাই। কৰ্ণাৰ্জ্জুন যুদ্ধত যেতিয়া কৰ্ণৰ ৰথৰ চকা মাটীত পোট খায় কৰ্ণই তললৈ নামি অস্ত্র থৈ সেই ৰথৰ চকা হাতেৰে তুলিবলৈ ধৰোতে ভগবান শ্ৰীকৃষ্ণৰ উপদেশত অৰ্জ্জুনে কৰ্ণলৈ শৰ মাৰিবলৈ ধৰে তেতিয়া কৰ্ণই অৰ্জ্জুনৰ ঘোৰ নিন্দা কৰি কৈছিল "চোৰা, মই অস্ত্ৰহীন হৈছোঁ। এই সময়ত মোৰ ওপৰত শৰ এৰা ধৰ্ম্মযুদ্ধ নহয়। এইটো দৰাচলতে বৰ অধৰ্ম্ম হৈছে।" এই কথাৰ উপযুক্ত উত্তৰ দি কৰ্ণৰ মুখ মাৰি থৈছিল—মহান যোগী স্বয়ং শ্ৰীকৃষ্ণই। তেওঁ কৈছিল—"হেৰা, আজিলৈ তুমি কিমান ধৰ্ম্ম পালন কৰিছাহে যে আমাক ধৰ্ম্ম আৰু নীতি কথা শুনাব ধৰিছা? যেতিয়া বালক অভিমন্যুক নিৰস্ত্ৰ অৱস্থাত সপ্তৰথীয়ে আগুৰি হত্যা কৰিছিলা—তেতিয়া তোমাৰ ধৰ্ম্ম, নীতি ক'ত আছিল? তুমি আমাক ধৰ্ম্মৰ শিক্ষা দিব নালাগে। নিজক ৰক্ষা কৰাই আমাৰ ধৰ্ম্ম। পাণ্ডৱে কেৱল এটাহে ধৰ্ম্ম জানে—সেয়ে হ'ল ধৰ্ম্মৰাজ যুধিষ্ঠিৰ।"

এনেধৰণে আমি আমাৰ শুদ্ধ আৰু নিৰ্ম্মল বুদ্ধিৰ দ্বাৰা প্ৰত্যেক প্ৰশ্নৰে সিদ্ধান্ত নিজেই কৰা উচিত আৰু ধৰ্ম্ম-অধৰ্ম্ম নিজেই বিচাৰ কৰি লব লাগিব। ইয়াৰ কাৰণেযদি আমি আত্মবিশ্বাসেৰে সৈতে 'বলোপাসনা' কৰোঁ তেতিয়া হলে আমাৰ সকলো সন্দেহ দূৰ হব। আত্ম-বিশ্বাস আৰু 'বলোপাসনা'ৰ দ্বাৰাই আমাৰ সমাজৰ ৰাষ্ট্ৰীয় জীৱন পৰিপুষ্ট হব নহলে নহয়। ভাৰতীয় সভ্যতাই আমাক আত্ম-ৰক্ষাৰ কাৰণে আনৰ মুখলৈ চাবলৈ কেতিয়াও শিকোৱা নাই। "ক্লৈব্যং মাস্ম গমঃ পাৰ্থ"ই হৈছে গীতাৰ সাৰ মৰ্ম্ম। পৰৰ অৱলম্বনতা আৰু ভীৰুতাই আমাৰ সৰ্ব্বনাশ কৰিব। আমাৰ শক্তি, আত্মবিশ্বাস আৰু শ্ৰদ্ধা ইমানেই প্ৰভাৱ বিস্তাৰ কৰিব যে যিমানেই কঠিন সমস্যাৰ সন্মুখীন নহওঁ কিয় সিমানেই আমাৰ উৎসাহ বাঢ়িব। গছ কাটিলে সি আকৌ বেছি শক্তিশালী ভাবে বঢ়াৰ নিচিনা আমাৰ শ্ৰদ্ধা আৰু বিশ্বাস দুগুণ বাঢ়িব।

আমাৰ সংঘপিতাই আমাৰ মাজত শ্ৰদ্ধা আৰু বিশ্বাসৰ যি সংস্কাৰ কৰিছে সি অপৰিৱৰ্ত্তনীয়। মোৰ দৃঢ় বিশ্বাস আছে যে ভগবান আমাৰ সহায় হিচাবে আছে। তেওঁৰ লগত একহোৱাৰ অনুভূতি মোৰ অন্তৰালত সদায় অনুভূত হৈ আছে। আমাৰ বিশ্বাস যে তেওঁৰ পৰা পৰমানন্দ লাভ কৰি হিন্দু সমাজৰ 'বলোপাসনা'ৰ এই বিশ্বৰ কল্যাণকৰ কৰ্ম্ম আমি শেষ সীমালৈ কৰি যাব পাৰিম—যদিহে সমাজৰ এই লোক সকলৰ ভিক্ষাবৃত্তি মনোভাবৰ অন্ত পৰে। আজি কালি আমাৰ মানুহে দেশ-বিদেশৰ পৰা বহুতো বস্তু ভিক্ষা কৰিবলৈ বিচাৰি আছে। শস্য ধন, আচাৰ-বিচাৰ, আনন্দ আদিও বিদেশৰ পৰা ধাৰ কৰা হৈছে। এই লজ্জাজনক কাজ প্ৰথমতে ত্যাগ কৰিব লাগিব। তেতিয়া আৰু এইটো নিঃসন্দেহ হৈ উঠিব যে ভবিষ্যতে হিন্দু সমাজ সম্পূৰ্ণভাবে আমাৰ লগ লাগিব। সংগঠনকেই সমাজৰ প্ৰাকৃতিক জীৱন স্বৰূপে লৈ আৰু এই সংগঠনৰেই এটা অংশ স্বৰূপে ধৰি ইয়াৰ কল্যাণকৰ উদ্দেশ্য পূৰণৰ বাবে নিজৰ সকলো শক্তি প্ৰয়োগ কৰা আৰু সকলোৱে ঐক্যবদ্ধভাবে আমাৰ লক্ষ্যস্থানত উপনীত হোৱাটো সমাজৰ প্ৰত্যেক মানুহৰেই কৰ্ত্তব্য।

ভগবান ৰামচন্দ্ৰই ৰাৱণক জয় কৰাৰ উদ্দেশ্যে

এই বিজয়াদশমী উৎসৱ পালন কৰিছিল। ৰাৱণ এজন মহাপৰাক্ৰমী আৰু বলী ৰাক্ষস আছিল। সংসাৰত উৎপীড়নকাৰী নৱগ্ৰহ, বৰ বৰ ৰজা-মহাৰজা বীৰ পুৰুষ আদিয়েও ৰাৱণক ভয় কৰিছিল। সকলো ভৌতিক আৰু সংহাৰক শক্তি তেওঁত আছিল। গতিকে তেওঁক পৰাজয় কৰে কোনে? মানুহে যাক জঙ্গলী বুলি কয়, যাৰ লগত অস্ত্ৰ-শস্ত্ৰ নাই, সেই বান্দৰ বিলাক লগত লৈ প্ৰভু ৰামচন্দ্ৰই ৰাৱণক জয় কৰিব পাৰিছিল। ৰাৱণৰ ভৌতিক শক্তি এই ঐক্যশক্তিৰ আগত থিয় দিব নোৱাৰিলে। ৰাৱণৰ যে বিনাশ ঘটিছিল—ভাৰতীয় সভ্যতা, সমাজ, ধৰ্ম্মৰ নহয়। শ্ৰদ্ধা, উৎসাহ আৰু আশাৰে পূৰ্ণ এনে সংগঠিত বল যদি আমি গঢ়ি তুলিব পাৰোঁ, তেনেহলে সকলো বিপদকে আমি হাহি হাহি জয় কৰিব পাৰিম। এয়ে হৈছে বিজয়া দশমীৰ বাণী।

এই কথাৰ পূৰ্ণভাৱে বাবে সংঘ শাখাবোৰ হিমালয়ৰ দৰে সেহলৈ বিস্তৃতি লাভ কৰিছে। আমি ব্যক্তিগত জীৱনৰ বাসনা কামনা ত্যাগ কৰি নিজৰ প্ৰাণ দলিয়াই কৰ্ত্তব্য পথত অগ্ৰসৰ হোৱা আৱশ্যক। পথৰ সকলো বাধা বিঘিনি অতিক্ৰম কৰি তলপো নিচিনি ... হোৱাকৈ সংঘৰ শুদ্ধ কাৰ্য্য প্ৰণালী ভালকৈ বুজি দৃঢ়চিত্তে যদি আমি আগবাঢ়োঁ তেনেহলে এটি শক্তিশালী পৰিস্থিতিৰ সৃষ্টি কৰিব পাৰিম। ইয়াৰ ফলস্বৰূপে আমাৰ এই হিন্দুৰাষ্ট্ৰৰ বিজয় পতাকা উৰি থকা দেখিবলৈ পাম। হিন্দুৰাষ্ট্ৰৰ বিজয় ধ্বনিৰে আকাশ মুখৰিত হব। সংসাৰৰ ভিতৰত আটাইতকৈ পুৰণি এই ভাৰতীয় সভ্যতা আৰু হিন্দু জাতি আকৌ গৌৰবান্বিত হৈ উঠিব।

হিমালয় ভাৰতবৰ্ষৰ প্ৰাচীৰ। এই হিমালয়ৰ নিচিনাকৈ আমি বিপদ, ধুমুহা, এইবোৰ মাজত অচল-অটল ভাৱে স্থিৰ হৈ থকা উচিত। মোৰ বিশ্বাস যে যদি আমি এই দৃঢ় আশা আৰু শ্ৰদ্ধাৰে আগবাঢ়োঁ, তেনেহলে, আমি আমাৰ পূৰ্ব্ব পুৰুষ সকলৰ দিব্য পৰম্পৰা উচ্চকৈ ৰাখিব পাৰিম। এই স্বৰ্ণ-যুগলৈ আৰু বেছি দিন নাই—জীৱিতে আমি আমাৰ আদৰ্শৰ সাফল্য নিজ চকুৰে দেখিবলৈ পাম।

(৯ পিঠিৰ পিছৰ পৰা)

মায়াবী মহিষাসুৰ বিভিন্ন ৰূপেৰে প্ৰকাশ হোৱা কথাই সঙ্কেত দিয়ে যে—এই আসুৰিক শক্তিও মায়াৰ বলেৰে উচ্চতম উৎকৰ্ষ লাভ কৰিব পাৰে। তাৰ পুৰুষ মূৰ্ত্তিয়ে বুজায় যে—প্ৰাকৃতিক আৰু পাশৱিক জীৱনকেই সৰ্ব্বস্ব বুলি মানোতাই পুৰুষ ৰূপ লৈ সভ্যতাৰ সঙ্কটত পেলাব পাৰে। দেৱীয়ে এনে পুৰুষৰ সম্পূৰ্ণ প্ৰকাশ হব নিদিলে। এই অৰ্দ্ধ নিষ্ক্ৰান্ত পুৰুষক পদাঘাত কৰি শূলেৰে প্ৰহাৰ কৰিলে আৰু খড়্গেৰে তাৰ শিৰশ্ছেদ কৰিলে। ইয়াৰ উদ্দেশ্যে হৈছে—আসুৰিক শক্তিৰ পূৰ্ণবিকাশ নৌহওঁতেই তাক বিনষ্ট কৰা কল্যাণকৰ। আজি ইয়াৰ উদণ্ড ৰূপ আৰু ইয়াৰ পৰা হোৱা বিশ্বৰ সঙ্কট এই সংহাৰেই প্ৰমাণ।

দুৰ্গাৰ সাজ-সজ্জাত অলঙ্কাৰৰ বৰ্ণনাও আছে। মহাশক্তিমতী দেৱী যে শক্তি আৰু সৌন্দৰ্য্যৰ একত্ৰ সমষ্টি ই তাৰেই প্ৰমাণ। মহাশক্তিৰ নাৰী ৰূপ তথা "চিত্তে কৃপা সমৰনিষ্ঠুৰতা"ৰ ৰহস্য শক্তি আৰু সৌন্দৰ্য্য তথা অসুৰ সংহাৰিণী নিষ্ঠুৰতা আৰু বিশ্বমঙ্গলকাৰী কৰুণাৰ অদ্ভুত সমন্বয়। দেৱোপম সজ্জনৰ তেজৰ জাগৰণ, নাৰীৰ দিব্য ৰূপত তেওঁৰ সন্মিলিত শক্তিৰ অন্বয় আৰু প্ৰাকৃতিক শক্তিৰ সহযোগৰ দ্বাৰা অসুৰৰ সংহাৰেই ভগৱতী দুৰ্গাদেৱীৰ স্বৰূপৰ ৰহস্য আৰু বিশ্বৰ মঙ্গলৰ পথ।*

* ধৰ্ম্মযুগৰ পৰা উদ্ধৃত। কামধেনু সম্পাদন বিভাগৰ দ্বাৰা অনুদিত।

# আমাৰ গো-জাতি

শ্ৰীজিতেন্দ্ৰনাথ বুজৰবৰুৱা।

আজি গো-জাতিৰ সম্পৰ্কে কেইটামান কথা লেখিবলৈ লৈলোঁ। সচা নকলে দোষ। মিছা কলেও পাপ। দেশ স্বাধীন হবৰ ১০ বছৰে পাৰ হ'ল কিন্তু আমাৰ গৰুবোৰলৈ মন কৰক-চোন—বিশেষকৈ অসমৰ উত্তৰৰ পৰা সিমূৰলৈ। শতকৰা ৯৮ টা গৰুৰ কি গাই, কি বলদ বাৰু কেনে দেখে? চেহেৰা, শুকান, দুৰ্ব্বল আৰু বেমাৰী নহয় জানো? আকৃতিলৈও মন কৰক। সকলো হৈ যাব ধৰিছে। কি বলদ, কি গাই, এই অৱস্থা। আমাৰ গাই এজনীয়ে কিমান গাখীৰ দিয়ে? ৰব টানে আধাসেৰ। বলদৰ চেহেৰা কি চাব? অকাল বৃদ্ধ। দমৰা চেঁউৰী শ্ৰীণাই শুকাই কিবাটো। অকালতে মৰেও। দোষ কাৰ? আমাৰ। খুৱাও কি? ঘাহ। ক'ত? পথাৰত। ঘাহনি জানো? নহয়। কি তেনেহলে? লঠা পথাৰ। তেনেহলে গৰুৰ ভাল চেহেৰা কেনেকৈ আশা কৰে? খাদ্য—যেনে ধান, মাটি-মাহ, খলিহৈ, চাউলৰ মলি, ভুচি— এইবোৰ নিয়ম মতে খুৱাও জানো? অৱশ্যে আজিৰ দিনত দুখীয়া মানুহৰ ই বৰ টান কথা। বাৰু, এইবাৰ আমি গোহালিটোলৈ মন কৰোঁ। কি দেখা যায়? কোনো এটাত ভঙা খদা এটা। কাষতে কেইডালমান পুৰণি কাঠীৰে বাঢ়নী তাৰ। চুকে-কোণে ওপৰে আলান্ধু। পঘা গোবৰ লগা। গৰু বন্ধা জাগা জেকা। ইকাষে সিকাষে মুত জমা হোৱা গাত। জাৰৰ দিনত তুহ জুইৰ ছাইৰ থুপ। ওচৰতে গোবৰৰ লদা। বহাগ মাহত গৰুক ধুঁওৱাৰ বাহিৰে আৰু কোনোকালে ধুঁওৱা নহয়। এনে গৰু আৰু চিকণ হয় কেনেকৈ?

আমাৰ পালনৰ দোষত অসমীয়া গৰুৰ সৰ্ব্বনাশ হ'ল। গৰুৰ চেহেৰা দেখিলে দুখ লাগে। চৰাবলৈ ঘাহনি নাই। বেমাৰ হলে ঔষধ নাই। এৰি দিবলৈ ঠাই নাই। কাৰো কাৰো বাৰীত বেৰা নাই। তাত যদি কেনেবাকৈ গৰু সোমায়? কি কৰে? গৰুৰ চকুত জলকীয়া ভাঙি লগায়। দাবে ঠেঙত ঘপিয়াই। এচাৰিৰে ছাল ফটাকৈ কোবায়। গৰুটো গৰুই। তেনেহলে দোষ কাৰ? গৰুৰ নে মানুহৰ? মানুহৰ। গৰুক এনেকৈ যন্ত্ৰণা দিয়া মানুহৰ দশা কি হয়? পাপে এনেই এৰিব? নেৰে। পৰজন্মত হয় অন্ধ, নহয়টো চাকোলা হৈ জন্মি ভুঞ্জিব লাগিব।

গৰুৰ বিলৈ বৰ্ণাব নোৱাৰি। চৰকি আৰু চৰকাৰ এই বিষয়ত তৎপৰ নহলে দেশৰ আৰু কল্যাণ নাই। গো-জাতিৰ ওপৰতে মানৱ জাতিৰ উন্নতি নিৰ্ভৰ কৰে। পানী নহলে মাছ মৰে, গৰু নহলে মানুহ নবঁচে। আজিৰ দিনত বিশেষকৈ অসমৰ লৰা-ছোৱালীবোৰে গাখীৰ খাবলৈ পায়নে। শতকৰা পচান্নবৈ জনে গাখীৰ খাবলৈ নাপায়। এনেকুৱা লৰা-ছোৱালী কেনে হব পাৰে ভাবক-চোন। ভাবিব আৰু কি? দেখিয়েইতো আছে— শৰীৰ দুৰ্ব্বল, মন দুৰ্ব্বল, শক্তি দুৰ্ব্বল; মুখ সেতা, ওঠ ক'লা, চকু সোমোৱা, বুকুৰ হাড় ওলোৱা আৰু হাত ভৰি চিচা। এনে লৰা-ছোৱালীয়ে নিজৰ, অইনৰ আৰু দেশৰ কি উপকাৰ সাধিব পাৰিব।

যাৰ ঘৰত গৰু আছে সেইঘৰৰ ল'ৰা-ছোৱালী হয়তো অলপ গাখীৰ পায়। কিন্তু যিবিলাকে কিনি খায় আৰু খুৱায় সি আৰু গাখীৰ নহয়। কি তেনে-হলে ? ফট্‌ফটিয়া বগা পানী। ইতো একোৱেই নহয়। বিলাতী মিহলাই বেচা 'বিশুদ্ধ' গাখীৰ। দৈ আৰু ঘিউৰ বিষয়ে কোৱাৰ প্ৰয়ো- জন নাই। জানেই দেখোন। এইবোৰকে যেতিয়া- লৈকে গোৱালে আমাক খুৱায় তেতিয়ালৈকে দেশৰ মঙ্গল হব নোৱাৰে।

আজি আমি গৰুৰ যত্ন নলওঁ। গৰুৰ গাখীৰ নাখাওঁ। খাওঁ "আজিৰ যুগৰ গৰু মহৰ গাখীৰ।" এনে ভেজাল গাখীৰেই আমাক খায়। ধনলোভী মানুহৰ ধৰ্ম্ম—ভয় গ'ল। ফলত ভেজাল খাদ্য সুগুলিল। ই দেশখনকে খালে। জকটৈবে দেশ নিটিকে। পাপৰ ধনে ৰক্ষা কৰিব নোৱাৰে।

"গো-ধন পৰম ধন"—সত্য কথা। "গো-মাতা" উৎকৃষ্ট কথা। "গো-ব্ৰাহ্মণ হিতায় চ" যুগ যুগান্তৰৰ কথা। এইবোৰকে কেৱল মুখত গ'লেই নহব। কামত কৰি আমি দেখুৱাব লাগিব। গো-জাতিৰ উন্নতিৰ হকে আমি দেহে-কেহে নালাগিলে আমাৰ দেশৰ সকলি মঙ্গল নাই। নাকত তেল দি শুই থকাৰ দিন গ'ল। গো-জাতিৰ উন্নতিৰ অৰ্থে আমাৰ এতিয়া এইকেইটা বিশেষ কৰ্ত্তব্য :—

(১) পশু-পালনৰ পুৰণি পুথিবোৰ সংগ্ৰহ কৰি তাক সহজ চকাৰে ছপা কৰি গাৱেঁ নগৰে প্ৰচাৰ কৰা, (২) পশুৰ নানা বেমাৰৰ দেশীয় নানা প্ৰমাণী ঔষধবোৰ লোপ পাবলৈ নিদিয়া, (৩) আধুনিক পশু-চিকিৎসা শাস্ত্ৰৰ মতে পশুৰ আদৰক লোৱা, (৪) স্ব-ধৰ্ম্মলৈ দৃষ্টি ৰাখি পৰ ধৰ্ম্মত হস্তক্ষেপ নকৰি পশু জাতিৰ উন্নতিত মন দিয়া (৫) চৰণীয়া ঠাই নিগাজীকৈ ৰখা (৬) দুই তিনি মাইল অন্তৰে অন্তৰে অশোক ৰজাৰ আদৰ্শমতে পশু-চিকিৎসালয় স্থাপন কৰা আৰু (৭) অল ইণ্ডিয়া ৰেডিঅ' আৰু অসম সামাজিক শিক্ষা বিভাগৰ মুখ পত্ৰ "জন শিক্ষাৰ" জৰীয়তে গাৱলীয়া ৰাইজক পশু-পালনৰ যাৱতীয় শিক্ষা দিয়া।*



* সাদিনীয়া বাতৰী "কংগ্ৰেছৰ" পৰা উদ্ধৃত।

# গোহত্যা নিষেধ অভিযান-জন জাগৰণ পক্ষ

## ( ১৫ নবেম্বৰৰ পৰা ৩০ নবেম্বৰলৈ )

## গোপাষ্টমীৰ দৃঢ় প্ৰতিজ্ঞা—গোহত্যা নিশ্চয় বন্ধ হব ।

দেবভূমি ভাৰতৰ জীৱনৰ আধাৰ আৰু শ্ৰদ্ধাৰ কেন্দ্ৰ গোমাতাৰ ৰক্ষা আৰু সম্বৰ্দ্ধনৰ বিষয়ে এতিয়া প্ৰশ্ন তোলাৰ সময় নহয় । ইয়াক সাৰ্ব্বকালীন আৰু সৰ্ব্বমান্য সত্য বুলি সকলোৱে স্বীকাৰ কৰিছে । গাই আমাৰ সংস্কৃতিৰ প্ৰতীক, ধৰ্ম্মৰ মানবিন্দু আৰু আৰ্থিক জীৱনৰ আধাৰ স্বৰূপ । আমাৰ ধৰ্ম্ম আৰু সংস্কৃতিৰ দিগদৰ্শক আৰু মৰ্য্যাদা নিৰ্দ্ধাৰক ঋষি-মুনি সকলে গোমাহাত্ম্যৰ কথা বুজাইছিল, দেশৰ কবি-সাহিত্যিক সকলে ইয়াৰ স্তুতি-পাঠ কৰিছিল আৰু বীৰ আৰু যোদ্ধা সকলে ইয়াৰ সন্মান ৰক্ষাৰ হকে জীৱন পৰ্য্যন্ত দান কৰিছিল । ইতিহাস ইয়াৰেই সাক্ষী ।

সমাজৰ এই জীৱন প্ৰতীকৰ মূল্যাঙ্কণ তৰ্কেৰে নহয়—সমাজ ব্যাপী শ্ৰদ্ধা-ভক্তিৰেহে কৰিব পাৰি । কিন্তু স্বাধীনতা পোৱাৰ পিছত এই সৰ্ব্বমান্য সত্য মিছা বুলি অভিহিত কৰি জনসাধাৰণৰ আন্তৰিক ভাবৰ অবহেলা কৰা হৈছে । ৰাইজৰ শ্ৰদ্ধা ৰাজনীতিৰ তুলাচনীৰে জোখা হৈছে । ইয়াতকৈ আৰু আমাৰ দেশৰ বাবে কিবা দুভাগ্যৰ কথা থাকিব পাৰেনে ?

কিন্তু দেশৰ আত্মাৰ কেতিয়াও বিনাশ নহয় । স্বাৰ্থ আৰু অজ্ঞানৰ তিমিৰ ভেদি ই সদায় প্ৰকাশ পায় । অধিক সংখ্যক মুছলমানেই গোহত্যা বন্ধ কৰিবলৈ বাধ্য হৈছিল আৰু আৱশ্যক অনুসৰি গোভক্তসকলে আত্মত্যাগো কৰিব লগা হৈছিল । ইংৰাজৰ ৰাজত্ব কালতো গোৰক্ষা আন্দোলন কেতিয়াবা ধুমুহাৰ দৰে দ্ৰুত গতিৰে, কেতিয়াবা মন্থৰ গতিৰে, কেতিয়াবা বিধি সঙ্গত ভাবে আৰু কেতিয়াবা অস্ত্ৰ-শস্ত্ৰেৰে সুসজ্জিত হৈ চলি আছিল । ঋষি দয়ানন্দৰ নিচিনা সাংস্কৃতিক পুৰুষ আৰু গান্ধীজী, তিলক আৰু মালবাজীৰ নিচিনা ৰাজনীতিজ্ঞ সকলে এই প্ৰস্তাব উত্থাপন কৰিছিল । ১৮৫৭ চনৰ স্বাধীনতাৰ ১ম যুদ্ধতো আৰু পঞ্জাবৰ কুকা আন্দোলনৰ গুৰিতে আছিল—গোৰক্ষাৰ মনোভাব হে । এনে অবস্থাত ভাৰতে কেনেকৈ নিজ ৰাজ্যত নিজৰ আত্মা হত্যা সহি থাকিব পাৰিব ?

গতিকে স্বাধীনতা লাভৰ পিচত আকৌ গোৰক্ষাৰ বীজ অঙ্কুৰিত হ'ল । স্বাধীনতাৰ ঘোষণা আৰু ভাৰতীয় সংবিধানৰ মূলভূত সিদ্ধান্তবোৰত গোহত্যা নিষেধ উপেক্ষা কৰা দেখি ৰাইজে আকৌ নিজৰ মত প্ৰকাশ কৰিবলৈ ধৰিলে । সেই সময়ৰ ৰাষ্ট্ৰপতি শ্ৰীৰাজেন্দ্ৰ প্ৰসাদ আৰু প্ৰধান মন্ত্ৰী শ্ৰীজৱাহৰলাল নেহৰুলৈ লক্ষ লক্ষ তাৰ বাৰ্ত্তা আৰু পত্ৰ পঠোৱা হ'ল । কেবা হাজাৰো তাৰ পোৱা হ'ল । চিঠিৰ পৰিমাণ ইমান বেছি আছিল যে তাক লেখা অসম্ভব হ'ল । ইয়াৰ ফলতে গোৰক্ষণ আৰু গোবৰ্দ্ধন কমিটী ১৯৪৭ চনত চৰকাৰে নিযুক্ত কৰিলে । কমিটীয়ে সম্পূৰ্ণৰূপে গোবধ নিষেধ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰিলে । তাৰ নিৰ্দ্দেশ সংবিধানৰ ৪৮ ধাৰাত স্বীকাৰ কৰা হ'ল । কিন্তু ই দোষমুক্ত নহ'ল । পূজ্যপাদ শ্ৰীকৰপাত্ৰীজীয়ে গোহত্যা নিষেধৰ দাবী জনাই সত্যাগ্ৰহ কৰিলে । হেজাৰ হেজাৰ মানুহে গোৰক্ষাৰ হকে কাৰা—বৰণ কৰিলে । কিন্তু চৰকাৰ বিচলিত নহ'ল । গতিকে ইয়াতকৈ বিশাল জনমত প্ৰকাশৰ আৱশ্যক হ'ল । ফলত ২৭ অক্টোবৰৰ পৰা ২৩ নবেম্বৰ ( ১৯৫২ ) লৈ দেশৰ প্ৰবলতম সাংস্কৃতিক সংগঠন ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘই এই পবিত্ৰ কাৰ্য্যত আগবাঢ়িল । সংঘৰ হেজাৰ হেজাৰ কৰ্ম্মী আৰু গোভক্ত সকলে দেশৰ গাৱেঁ-ভূঞেঁ ঘূৰি জন জাগৰণ আৰু গোহত্যা নিষেধৰ দাবী কৰা চহী সংগ্ৰহৰ কাম আৰম্ভ কৰিলে । মাত্ৰ চাৰি সপ্তাহৰ ভিতৰতে ৫৩৯১৮ জন কৰ্ম্মীয়ে ৮৪০২৬ খন গাওঁ আৰু নগৰ ঘূৰি ১,৭৫,৭৩, ২২৭ টা চহী সংগ্ৰহ কৰে । বিশ্বৰ বুৰঞ্জীত ইমান বিশাল সংখ্যাৰ চহী গোটাই ৰাইজৰ মন ব্যক্ত কৰা ঘটনা হোৱা দেখা নাযায় । সংঘৰ সৰসঙ্ঘচালক শ্ৰীগুৰুজীয়ে ৰাইজৰ

মনোভাব ব্যক্ত কৰা এই হস্তাক্ষৰ সংগ্ৰহ ৮ ডিচেম্বৰ ( ১৯৫২ ) ৰ দিনা ভাৰতীয় গণতন্ত্ৰৰ ৰাষ্ট্ৰপতি শ্ৰীৰাজেন্দ্ৰ প্ৰসাদৰ হাতত অৰ্পণ কৰিলে।

ৰাইজে দেখিলে যে গোভক্তিৰ এই ৰাষ্ট্ৰব্যাপী ভাবৰ পথত প্ৰধান মন্ত্ৰী শ্ৰীজৱাহৰলাল নেহৰুহে একমাত্ৰ বাধা। গতিকে তেখেতকো ৰাষ্ট্ৰৰ সৰ্ব্বব্যাপী এই অনুভূতি অবগত কৰাবলৈ তেখেতৰ নিৰ্ব্বাচনী ক্ষেত্ৰৰ ৰাইজেই গোৰক্ষাৰ আশ্বাসৰ দাবী জনালে। ১৯৫১ চনৰ নিৰ্ব্বাচনত য'ত পণ্ডিত নেহৰুৱে ২,৩৩,৫৭১ ভোট পাইছিল তাত সেই নিৰ্ব্বাচনী ক্ষেত্ৰৰেই ২,৪৮,৪২২ ভোটাৰে তেখেতৰ ওচৰত সম্পূৰ্ণ গোহত্যা বন্ধৰ দাবী জনালে।

জন জাগৰণ আৰু মত প্ৰদৰ্শনৰ অন্যান্য উপায় বিলাকো অবলম্বন কৰা হ'ল। ১৯৫৪ চনৰ প্ৰয়াগত হোৱা কুম্ভমেলাৰ সময়ত ঠায়ে ঠায়ে ডাঙৰ ডাঙৰ গোৰক্ষা সন্মিলন পতা হ'ল। এইদৰে আন্দোলনে সকলো ফালৰ পৰা ৰূপায়িত হবলৈ ধৰিলে। ১৯৫৪ চনৰ ৪ ফেব্ৰুৱাৰীৰ দিনা ঝুঁসীৰ সাধু শ্ৰীপ্ৰভুদত্ত ব্ৰহ্মচাৰীৰ সভাপতিত্বত গোহত্যা নিৰোধ সমিতি গঠিত হ'ল। শ্ৰীপ্ৰভুদত্ত মহাশয়ৰ নিচিনাকৈ অন্যান্য সাধু-সকলেও ভগবদ্ভক্তিৰ লগে লগে মাতৃতুল্য গাইৰ ৰক্ষাৰ কাৰণে দেশভ্ৰমণ কৰিবলৈ ধৰিলে। সভা, শোভাযাত্ৰা, প্ৰদৰ্শন আদিৰে চৌদিশ ভৰপূৰ হ'ল। কিন্তু শাসনে তেতিয়াও নামানিলে।

শেষত সত্যাগ্ৰহত শস্ত্ৰৰো ব্যৱহাৰ কৰিবলৈ দিয়া হ'ল। লাখ লাখ গোভক্তই গোমাতাৰ ৰক্ষাৰ হকে কাৰাৰূপী কৃষ্ণ মন্দিৰত সোমাবলৈ লালায়িত হৈ উঠিল। ইয়াৰ যজ্ঞ-কুণ্ড হিচাবে গোপাল ভগবান শ্ৰীকৃষ্ণৰ জন্মস্থান মথুৰাই উৎকৃষ্ট ঠাই। গতিকে ১৯৫৪ চনৰ জন্মাষ্টমীৰ দিনা শ্ৰীকৃষ্ণৰ পূজা কৰি পিচদিনা পুৱা গোৰক্ষাৰ কাৰণে সত্যাগ্ৰহ যজ্ঞত ১ম আহুতি দিয়া স্থিৰ কৰা হ'ল। মথুৰাৰ কচাই ঘৰৰ সন্মুখত সত্যাগ্ৰহ কৰাৰ কথা আছিল। কিন্তু তাৰ ৮ দিন আগতে কচাই সকলে তেওঁলোকৰ কচাইঘৰ বন্ধ কৰিলে। এয়েই আছিল এই আন্দোলনৰ সফলতাৰ ১ম খোজ। গোপালৰ আবাস স্থানৰ পৰা গোহত্যাৰূপী কলঙ্ক মোচ খালে।

এতিয়া গোভক্তসকলৰ দৃষ্টি লক্ষ্ণৌৰ ওপৰত পৰিল। চৰকাৰে মানিবলৈ বাধ্য হ'ল। সম্পূৰ্ণ গোহত্যা নিষেধ আইন গোটেই উত্তৰ প্ৰদেশত প্ৰচলন হল। তাৰ পিচত বিহাৰত হোৱা সত্যাগ্ৰহ আন্দোলনৰো ফল পোৱা হ'ল। পঞ্জাব আৰু মধ্যপ্ৰদেশত সত্যাগ্ৰহৰ আবশ্যকেই নহল। তাত প্ৰাদেশিক চৰকাৰে নিজেই গোহত্যা নিবাৰণী আইন চলালে। উৰিষ্যা, বোম্বে, অন্ধ্ৰ আৰু অসম প্ৰদেশতো গোহত্যা নিৰোধ আন্দোলনৰ সূত্ৰপাত কৰা হ'ল।

পিচত ন্যায়ালয়েও আগবাঢ়িলে—

বিহাৰ, মধ্যপ্ৰদেশ, উত্তৰপ্ৰদেশৰ কচাইসকলে চুপ্ৰীম ক'ৰ্টত গোহত্যা নিবাৰণী আইনৰ বৈধতা সম্পৰ্কে প্ৰশ্ন তুলিলে। ২৩ এপ্ৰিল ( ১৯৫৮ )ৰ দিনা সৰ্ব্বোচ্চ ন্যায়ালয়ৰ ফুল বেঞ্চে (full bench ) বৃদ্ধ, পঙ্গু বা অপঙ্গ যিকোনো প্ৰকাৰৰ গাই গৰু আৰু মহ'ৰ পোৱালী, আৰু কাম কৰিব পৰা বলদ ষাড় আদি হত্যা নিষেধ আইন বৈধ হিচাবে স্বীকাৰ কৰিলে। গোহত্যাত মুচলমান সকলৰ ধৰ্ম্মগত অধিকাৰ নাই—এই কথাও মানি লোৱা হ'ল।

**কিন্তু বৰ্ত্তমান পৰিস্থিতি সন্তোষজনক বা সমাধান কৰিবলগীয়া নহয়।** দুঃখ এই খিনিতেই যে—সংবিধানৰ ৪৮ ধাৰা আৰু সৰ্ব্বোচ্চ ন্যায়ালয়ৰ সিদ্ধান্ত অনুসৰি গোটেই দেশজুৰি গোহত্যা নিষেধ আইন কেন্দ্ৰীয় চৰকাৰে নিজেও প্ৰচলন নকৰিলে আৰু ৰাজ্য চৰকাৰকো কোনো অনুমতি নিদিলে। যেনেকৈয়ে হওক—এই বিষয়ত বাধা-বিঘিনি জন্মোৱাই চৰকাৰৰ লক্ষ্য যেন দেখা যায়। গোহত্যা চলিয়েই আছে আৰু প্ৰতি বছৰে কোটী কোটী টকা মূল্যৰ গৰুৰ ছাল, গোমাংস, গাইৰ লিভাৰ আদি বিদেশলৈ গৈয়ে আছে। লাখ লাখ গাই, গৰু, পোৱালী আদি কাটিবলৈ পাকিস্থানলৈ লৈ যোৱা হৈছে। গাইৰ খোৱা বস্তুও ৰপ্তানী কৰি আৰু অপচয় কৰি, গোচৰ ভূমি ভাঙিবলৈ আদেশ দি গোবংশক লঘোনে মাৰিবলৈ বাধ্য কৰোৱা হৈছে। কিন্তু ৰাইজে গোৰক্ষা কৰিবলৈ প্ৰতিজ্ঞাবদ্ধ হৈছে। গতিকে চৰকাৰ ৰাইজৰ ওচৰত নম্ৰ হবই লাগিব।

ৰাইজে দাবী কৰে যে—

(১) ভাৰতীয় সংবিধানৰ মৌলিক অধিকাৰ সংশোধন কৰি সম্পূৰ্ণ গোবংশৰ হত্যা দণ্ডনীয় অপৰাধ বুলি স্বীকাৰ কৰিব লাগে।

(২) সৰ্ব্বোচ্চ ন্যায়ালয় ( supreme court )ৰ আদেশ অনুযায়ী গোটেই দেশজুৰি গোবংশৰ হত্যা আইনেৰে বন্ধ কৰিব লাগে। অৰ্থাৎ যিবোৰ ৰাজ্যত এনে আইন এতিয়ালৈকে হোৱা নাই তাতো প্ৰচলন কৰিব লাগে।

(৩) গোচৰ ভূমি ভঙা আৰু গোবংশৰ খাদ্য দ্ৰব্যৰ ৰপ্তানী আৰু অন্যায় বন্ধ কৰি গোৰক্ষা আৰু গোবৰ্দ্ধন কৰিব লাগে।

এই উদ্দেশ্য পূৰণ কৰিবলৈ আন্দোলন আৰু অধিকতৰ ভাবে প্ৰচলন কৰিব লাগিব। গোভক্ত ৰাইজক এই পৰিস্থিতিৰ বাবে পূৰ্ণভাবে জাগ্ৰত কৰি সংগঠিত কৰিব লাগিব। এই কাৰ্য্য যাতে সুচাৰুৰূপে পৰিচালনা হয় তাৰ কাৰণে ঠায়ে ঠায়ে গোহত্যা নিৰোধ সমিতি গঠিত কৰিব লাগিব। আপুনিও গোপাষ্টমীৰ এই পবিত্ৰ দিনটোত দৃঢ় প্ৰতিজ্ঞ হব লাগে।

ভবিষ্যৎ কাৰ্য্যসূচী

(১) ১৬ নবেম্বৰৰ পৰা ৩০ নবেম্বৰলৈ গোপাষ্টমী সপ্তাহ পালন কৰিব লাগে।

(২) এই ১৫ দিনত ঠায়ে ঠায়ে সভা, শোভাযাত্ৰা সংকীৰ্ত্তন আদিৰ আয়োজন কৰিব লাগে। গোহত্যা নিষেধৰ প্ৰচাৰ ক্ৰমে অধিকতৰ হব লাগে—যেতিয়ালৈকে গোটেই দেশজুৰি আইনতঃ গোহত্যা সম্পূৰ্ণ ভাবে বন্ধ নহয়—তেতিয়ালৈকে আন্দোলন চলাবলৈ দৃঢ় সঙ্কল্প কৰিব লাগে।

(৩) সভাত ওপৰত দিয়া ৩টা দাবী প্ৰস্তাব স্বৰূপে গ্ৰহণ কৰি ভাৰতীয় গণতন্ত্ৰৰ ৰাষ্ট্ৰপতি আৰু প্ৰধানমন্ত্ৰীৰ ওচৰলৈ পঠাব লাগে আৰু তাৰ সূচনা তলত দিয়া ঠিকনাত পঠাব লাগে।

(৪) ভবিষ্যত কাৰ্য্য চলাই ৰাখিবলৈ ঠায়ে ঠায়ে গোহত্যা নিৰোধ সমিতি স্থাপন কৰিব লাগে। আৰু সমিতিৰ পদাধিকাৰীসকলৰ বিস্তৃত জাননী তলৰ ঠিকনাত পঠাব লাগে। ভবিষ্যতে পত্ৰাদি ব্যৱহাৰ কৰিবলৈ তলত দিয়া ঠিকনাত হিন্দী, অসমীয়া, বঙালী বা ইংৰাজী ভাষাৰে কৰিব।

(৫) ১৩।১৪ ডিচেম্বৰৰ দিনা ভাৰতৰ ৰাজধানী দিল্লীত হব লগা গোৰক্ষা সন্মিলনী, গোপ্ৰদৰ্শনী আদি সফল কৰিবলৈ সহায়-সহযোগ আগবঢ়াব লাগে।

নিবেদক :—

মন্ত্ৰী, গোহত্যা নিৰোধ সমিতি
ফাঁচীবজাৰ, গুৱাহাটী।



# সম্পাদকীয়

## কামধেনুৰ সহৃদয় পাঠক-পাঠিকা সকললৈ আমাৰ গোহাৰি

পাঠক সকলে বোধহয় জানিব পাৰিছে যে যোৱা দুমাহত কামধেনু প্ৰকাশ কৰিব পৰা নহল। বহুতো যত্ন কৰাৰ পিছতো আমি পাঠক আৰু অন্যান্য বন্ধু-বান্ধৱ সকলৰ পৰা আশানুৰূপ সহায়-সহযোগ পোৱা নাই। "কামধেনু" প্ৰকাশ কৰাৰ আগতে আমি বহুত আশা লৈ আৰু আশ্বাস-বাণী পাই আগ বাঢ়িছিলোঁ।

যোৱা এবছৰে আমি আশানুৰূপ সহযোগ নোপোৱাতো অসমৰ একমাত্ৰ মাহেকীয়া ধৰ্ম্ম-মূলক আলোচনী "কামধেনু" যথেষ্ট আৰ্থিক কষ্ট স্বীকাৰ কৰিও কোনো ৰকমে প্ৰকাশ কৰি আছিলোঁ। কিন্তু এতিয়া আমি মনত যথেষ্ট দুখ পাইছে "কামধেনু"ৰ প্ৰকাশ বন্ধ কৰিবলৈ ওলাইছোঁ।

সমাজসেৱা বা ধৰ্ম্মালোচনাৰ দৃষ্টিৰে প্ৰকাশ কৰা যিকোনো আলোচনী (যাৰ উদ্দেশ্য কোনো ব্যৱসায় কৰা বা কোনো ৰাজনৈতিক দলগত ভাব প্ৰকাশ কৰা নহয়) সমাজৰ পূৰ্ণ সহযোৰ অবিহনে চলাই থাকিব নোৱাৰি। অৱশ্যে এনে মাত্ৰ কেইজন-মান সদাশয় ভদ্ৰলোক আছে—যিসকলে "কামধেনু"ক নিজৰ বুলি ভাবি প্ৰবন্ধাদি পঠাই আমাক সহায় কৰিছে। আন কেজনমান সদাশয় লোকৰ পৰাও আমি অন্য প্ৰকাৰে সহায়-সহযোগ পাইছোঁ। তেখেত সকললৈ আমাৰ আন্তৰিক ধন্যবাদ জনাইছোঁ।

"কামধেনু"ৰ প্ৰকাশ বন্ধ হোৱাৰ বাতৰি শুনি তেখেত সকলেও নিশ্চয় যথেষ্ট মানসিক কষ্ট পাব। কিন্তু নিৰুপায়ত পৰিছে অনুকুল পৰিবেশৰ সৃষ্টি নোহোৱালৈ আমি কামধেনুৰ প্ৰকাশ স্থগিত ৰাখিব লগা হৈছো।

যোৱা শাওণ, ভাদ আৰু আহিন মাহৰ "কাম-ধেনু" এই সংখ্যাতে একেলগে প্ৰকাশ কৰা হ'ল। অৰ্থাৎ "কামধেনু"ৰ ১১।১২ শ সংখ্যা প্ৰকাশ হোৱা বুলি ধৰা হ'ল।

যদি কোনো গ্ৰাহক-গ্ৰাহিকাই কামধেনুৰ আটাইকেইটা সংখ্যা পোৱা নাই তেনেহলে পত্ৰ লিখিলে নোপোৱা সংখ্যা আলোচনী কেইখন পঠাই দিয়া হব; যদি কোনো সদাশয় গ্ৰাহকে মাজৰ কোনো সংখ্যাৰ পৰা গ্ৰাহক শ্ৰেণীত ভুক্ত হৈছে আৰু তাৰ আগৰ কেই সংখ্যা পোৱা নাই বা নিব নোখোজে তেখেত সকলে তেখেত সকলৰ পাবলগীয়া টকাৰ হিচাব কৰি খুজি পঠালে হিচাব চাই সেই টকা পঠাই দিয়া হব।

এনে কোনো লোকো সমাজত আছে যি সকলে গ্ৰাহক সংগ্ৰহ কৰিবলৈ ৰচিদ বহী নি গ্ৰাহক ভুক্ত কৰাৰ পিচত গ্ৰাহকৰ বৰঙণি নিজৰ লগতেই ৰখাটো উচিত বিবেচনা কৰিছে আৰু আজিলৈ তাক আমি পোৱা নাই। তেখেত সকলক ভগৱানে সুবুদ্ধি দিয়ক—এয়েই আমাৰ কামনা।

সম্পাদক মহোদয়ক আমি ধন্যবাদ জ্ঞাপন কৰিছোঁ। তেখেতে তেখেতৰ অমূল্য সময় নষ্ট কৰি "কামধেনু"ৰ সম্পাদনাৰ কাম এতিয়ালৈকে চলাই আছিল।

যোৱা দুমাহে তেখেত অসুস্থ হৈ পৰি থকাৰ বাবে আৰু অন্যান্য কাৰণত কামধেনু প্ৰকাশ কৰিব পৰা নগল। এই হেতুকে গ্ৰাহক-গ্ৰাহিকা সকলৰ যি অসুবিধা হৈছে তাৰ বাবে আমি ক্ষমা প্ৰাৰ্থনা কৰিছোঁ।

শেষত আমাৰ "কামধেনু"ৰ পাঠক-পাঠিকা সকললৈ ধন্যবাদ জ্ঞাপন কৰি আমাৰ তৰফৰ পৰা হোৱা অসুবিধা সমূহৰ বাবে ক্ষমা প্ৰাৰ্থনা কৰিলোঁ। ইতি

কামধেনুৰ সঞ্চালন বিভাগৰ হৈ
**শ্ৰীকেশৱ দেৱ বাৰুৱী।**

---

# গোহত্যা নিৰোধ জন-জাগৰণ পক্ষ

( ১৬ নৱেম্বৰৰ পৰা ৩০ নৱেম্বৰলৈ )

## অসম গোহত্যা নিৰোধ সমিতিৰ কাৰ্য্য নিৰ্ব্বাহক সমিতিত হোৱা সিদ্ধান্ত অনুসৰি

যোৱা ১২।১০।৫৮ তাৰিখে ৩ বজাত গুৱাহাটী গোশালা পিঞ্জৰাপোলৰ প্ৰাঙ্গনত সমিতিৰ সভাপতি মাননীয় শ্ৰীডিম্বেশ্বৰ নেওগ এম, এ দেৱৰ সভাপতিত্বত অসম গোহত্যা নিৰোধ সমিতিৰ কাৰ্য্য নিৰ্ব্বাহক সমিতিত হোৱা সভাত কেন্দ্ৰীয় সমিতিৰ নিৰ্ণয়ানুসাৰে অসম ৰাজ্যত গোহত্যা নিৰোধ জন-জাগৰণ পক্ষৰ কাৰ্য্য-সূচী তলত দিয়া অনুসৰি নিদ্ধাৰিত কৰা হৈছে।

(ক) ১৬ নৱেম্বৰৰ পৰা ৩০ নৱেম্বৰলৈ গোহত্যা নিৰোধ জনজাগৰণ পক্ষৰ সময়ত অসমৰ ১০০০ খন ঠাইত জনসাধাৰণৰ সভা-সমিতিৰ আৰু শোভাযাত্ৰা আয়োজন কৰা।

(খ) ঠায়ে ঠায়ে গোহত্যা নিৰোধ সমিতি স্থাপন কৰা।

(গ) জন জাগৰণৰ বাবে গোটেই ৰাজ্যতে গো-সাহিত্য বিতৰণ কৰা। সভাত সৰ্ব্বসন্মতি ক্ৰমে তলত দিয়া প্ৰস্তাব গ্ৰহণ কৰা।

**প্ৰস্তাৱ**--অসম গোহত্যা নিৰোধ সমিতিৰ এই সভাত ৰাজ্যৰ সকলোবোৰ গোশালা, ৰাজনৈতিক ধাৰ্ম্মিক, আৰু সাংস্কৃতিক অনুষ্ঠান সমূহে, পত্ৰ-সঞ্চালক, পত্ৰ-সম্পাদক, পত্ৰ-প্ৰতিনিধি আৰু সংবাদ-দাতা সকলে দেশৰ আধাৰ আৰু মানবিন্দু গোজাতি ৰক্ষাৰ্থে পালন কৰা এই পক্ষ সফল কৰিবলৈ যত্ন কৰে!

---

সম্পাদক শ্ৰীতীৰ্থনাথ শৰ্ম্মা ডাঙৰীয়াৰ অনুপস্থিতিত সঞ্চালক শ্ৰীকেশৱ দেৱ বাৰুৱীৰ দ্বাৰা সম্পাদিত।

ওঁ

# চামড়া ত্যাগ কৰি
# গো-ৰক্ষাৰ মহান কাৰ্য্যত
# যোগদান দিয়ক ।

আপোনাৰ ভৰিত চামড়াৰ যি মিহি আৰু সুকোমল জোতা আছে সেই জোতাযোৰ কেনেভাবে নিৰ্ম্মাণ হয় আপুনি জানে নে ?

বোম্বাই, কলিকতাৰ নিচিনা ডাঙৰ ডাঙৰ নগৰত লাখ লাখ টকা খৰচ কৰি কচাই ঘৰ চলোৱা যায়। তাত কম বয়সীয়া গৰুবোৰক বান্ধি গৰম পানীৰে সিহঁতৰ চামড়া ফুলোৱা হয়। তাৰ পিছত বেতেৰে কোবোৱাই সেই চামড়া মিহি কৰা হয়। শেষত মেচিনেৰে গৰু কাটি সেই চামড়া বেলেগ কৰা যায়।

এই দুখ লগা ব্যৱহাৰ জানিলে চামড়া ত্যাগ কৰাৰ ভাব স্বভাৱতে জাগৃত হৈ উঠিব। কিন্তু জোতাৰ ত্যাগ সৰ্ব্বসাধাৰণৰ পক্ষে সম্ভব নোহোৱা গতিকে **গো-হত্যা নিৰোধ সমিতি গুৱাহাটীৰ** দ্বাৰা চৰ্ম্ম বিহীন জোতা বিক্রি কৰাৰ ব্যৱস্থা কৰা হৈছে।

**পম্পচু, চপ্পল, মহিলাসকলৰ বাবে আকৰ্ষক চপ্পল, চটী** আদিৰ নতুন ষ্টক আহি পাইছে।

গো-হত্যা নিৰোধ সমিতিৰ কাৰ্য্যালয়লৈ অনতি পলমে গৈ আপোনাৰ পচন্দ মতে জোতা কিনক। পলম কৰিলে নিৰাশ হব লাগিব।

প্ৰচাৰ বিভাগ—
**গো-হত্যা নিৰোধ সমিতি,**
পঞ্চায়তী ঠাকুৰবাৰী,
ফেন্সী বজাৰ, গৌহাটী।

Kamdhenu, Gauhati. Regd. No.—A-190.





পৰ্ব্বতজ্যোতি প্ৰেছত মুদ্ৰিত আৰু শ্ৰীকেশৱ দেৱ বাৰবীৰ দ্বাৰা প্ৰকাশিত।